# ধনশিৰিৰ উৎপত্তি

শ্ৰীপ্ৰণীতা দেবী



প্ৰকাশক ঃ
শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি, এল
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম

দ্বিতীয় তাঙৰণ
আগষ্ট, ১৯৬৩

মূল্য ঃ দুটকা

মুদ্ৰক ঃ
শ্ৰীকালীচৰণ পাল
নৱজীবন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

উপন্যাস লিখোঁ বুলিলেই লিখিব নোৱাৰি। বহুত দিনৰে পৰা মনত হেঁপাহ আছিল এখন উপন্যাস লিখোঁ। সংসাৰৰ এশ এবুৰি লেঠাৰ মাজত ঢৌতে খৰ মাৰি এইখন লিখি সহৃদয় ৰাইজৰ আগলৈ আগবঢ়ালোঁ। উপন্যাস লিখিবলৈ যিখিনি গুণৰ আৱশ্যক লিখিকাৰ হয়তো এবিধ গুণো নাই—তথাপি মনৰ বনত ফুলা ফুলপাহিক সাহিত্যৰ বেদীলৈ আগবঢ়ালোঁ।

এই গ্ৰন্থখনক ৰাইজে মৰমৰ চকুৰে চালে মনত বল পাম। শেষত অসমৰ জনপ্ৰিয় আৰু উদাৰমনা প্ৰকাশক শ্ৰীযুত বিচিত্ৰনাৰায়ণ দত্ত বৰুৱাই প্ৰকাশ কৰিবলৈ গাত লোৱাৰ বাবে তেখেতলৈ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

২০।২।৬১
বল্মিক
নংগ্ৰেম হিল, ছিলং

প্ৰণীতা দেৱী

# অৰ্পণ

যি সকল শিক্ষিত ডেকা-গাভৰুৱে গাঁৱত সৰগ ৰচাৰ সপোন দেখি গাওঁখনৰ দৈন্যক নিজৰ দৈন্য বুলি ভাবি দুখ, ব্যাধি, আকাল, অভাব-অনাটনক সাৰথি লৈ গাঁৱতে থিতাপি লৈছে—যিসকলে দেহে-মনে গাওঁখনৰ উন্নতিকল্পে অহৰহ চিন্তা কৰিছে—সেই সকল ডেকা-গাভৰুৰ হাতত মোৰ এই 'ধনশিৰিৰ উচুপনি' অৰ্পণ কৰিলোঁ।

'লিখিকা'

# ধনশিৰিৰ উচুপনি

ধনশিৰিৰ পাৰৰ সেইখন পথাৰ, ধনশিৰিৰ পাৰৰ এইয়া বালিচন্দা, ধনশিৰিৰ পাৰৰ সোঁখন—তেতেলি, আমলখি, নাহৰ শাল গছেৰে উপচি থকা জাৰণি। ওচৰত এই কেইজোপা কাঞ্চন, মদাৰ, সোণাৰু ফুলৰ গছ। ধনশিৰিৰ ওপৰত সোঁখন নীলা চন্দ্ৰতাপ। নীলা চন্দ্ৰতাপ খনত জিলিকি থকা এইয়া জোন বেলি তৰা। এইখন পথাৰৰ বুকুতে ৰূপহী গাৱঁৰ বহাগু ভদো পাভৈহঁতে কালক্ৰমে নিজৰ শৰীৰৰ শক্তি ক্ষয় কৰি ফুলাইছে সোণফুল। পথাৰৰ মাটিবোৰ যেন মাটি নহয়—চপৰাচপৰ সোণহে, হয়তো ধনশিৰিয়ে পলস পেলোৱাৰ বাবেই মাটিখিনি সোণ হৈ গৈছে।

বহাগু, ভদো, পাভৈহঁতে বহু পৰিশ্ৰম কৰি যি সোণফুল মাটিত ফুলাইছে—কেতিয়াবা ধনশিৰিয়ে সিহঁতৰ বহু আশাৰ এই সোণ গজা পথাৰ খনি সামৰি লৈছে। তাৰ বাবে বহাগুহঁতৰ চকুলো সৰে, পাভৈহঁতে উচুপে, সিহঁতৰ সৰু সৰু পঁজাঘৰবোৰত হাহাঁকাৰ লাগে। কিন্তু কালৰ বুকুত আগবাঢ়ি যাওঁতে সিহঁতে এই অভাবনীয় দুখ-যন্ত্ৰণাৰ কথা পাহৰি পুনৰ নতুন দিনৰ নতুন সুৰুযৰ পোহৰত সিহঁতৰ সেমেকি থকা মনবোৰে উলাহেৰে নিজকে মিলাই দিয়ে নতুন জীৱনৰ লগত।

এই ধনশিৰিয়েদি ইপাৰৰ পৰা সিপাৰলৈ, সিপাৰৰ পৰা এই পাৰলৈ অহা যোৱা কৰি গাৱঁলীয়া খেতিয়কে নিজৰ ব্যৱসায় বাণিজ্য চলাইছে। সুদূৰ ৰাজস্থানৰ পৰা অহা ঈশ্বৰমল মহাজনেও এই ধনশিৰিৰ পাৰৰ বায়তক ধন ধাৰলৈ দি কোটীপতি হৈ সম্প্ৰতি বিৰাট বাসস্থান সাজিছে।

গাৱঁত কাবোবাৰ বিয়া হ'লে—ধনশিৰি নহ'লে নোওৱা নহয়। এই ধনশিৰিক বাদ দি নৈ-পৰীয়া গাওঁ জীয়াই থাকিব নোৱাৰে, নৈ-পৰীয়া

গাওঁক বাদ দি ধনশিৰি জীয়াই থাকিব নোৱাৰে। ধনশিৰিৰ লগত নৈ-পৰীয়া ৰাইজৰ সম্বন্ধ অবিচ্ছিন্ন। ধনশিৰিৰ লগতে ৰাইজৰ বন্ধন অচ্ছেদ্য। নগা পাহাৰৰ নাগপাশ বিচ্ছিন্ন কৰি ধনশিৰিয়ে কাৰোবাৰ বুকুত মৰম বিচাৰি লৰি গৈছে—হয়তো বীৰবাহু লুইতৰ বুকুলৈ—হয়তো মহাসাগৰৰ বুকুলৈ। বুকুত অযুত কাহিনী, বহুত মৰম, বহুত গান লৈ ধনশিৰি বৈ যায়—কেতিয়াবা দেওধনী নৃত্যৰে ৰূপহী গাওঁ তল-ওপৰ কৰে, কেতিয়াবা আজলী বনহৰিণীৰ দৰে ধীৰ স্থীৰ হৈ দুৰ্দ্দশাক্লিষ্ট মানুহৰ অন্তৰত সিচি দিয়ে শান্তিৰ অণু।

এই নৈ খনৰ ইপাৰ সিপাৰে আছে কেইবাখনো গাওঁ। মিকিৰ, নেপালী, অসমীয়া লোকৰে সৰু সৰু সমাজ এইবোৰ। নেপালীবোৰ পৰিশ্ৰমী আৰু সাহসী। সিহঁতে গৰু পোহে, ম'হ পোহে। কুঁহিয়াঁৰ, গোমধান আৰু শাক-পাচলিৰ খেতি কৰে। ধনশিৰিৰ ওপৰেদি গাখীৰ বেচিবলৈ আনে চহৰলৈ।

মিকিৰ সকলে কচু, জলকীয়া, লাও-বেঙেনাৰ খেতি কৰে, ধানৰ খেতি কৰে। পথাৰৰ শইচ বজাৰত বেচেগৈ—কেতিয়াবা মহাজনে ঘৰৰ পৰাই কিনি লৈ যায়। সহজ সৰল আড়ম্বৰহীন এটা সুন্দৰ জাতি। সাধাৰণতে ৰাইজে মাটি মাহ, ৰহৰ মাহ, সৰিয়হ, মৰাপাট, ধপাত, শাক-পাচলি, কুঁহিয়াঁৰ আৰু ধানৰ খেতি কৰে।

ওচৰৰ বন বিৰিণাৰ জাৰণিত বাঘ থকাৰ কথা গাৱঁৰ দুই একৰ মুখত শুনা যায়—কাৰণ কেতিয়াবা দুই এটা গৰু গাই পথাৰৰ পৰাই হেৰায়। বনৰীয়া হাতীয়েও কেতিয়াবা দলেবলে আহি খেৰৰ পঁজা ঘৰবোৰ গছকি থৈ যায়। এইবোৰ ভাগ্যৰ কথা।

বেমাৰ এজাৰ হলে সহজে দৰৱ পোৱা টান। আগেয়ে এচিচা দৰৱৰ কাৰণে গোলাঘাটলৈ আহিব লাগিছিল; এতিয়া অৱশ্যে স্বাধীন চৰকাৰৰ নামত দুই এখন 'ডিচপেনচেৰী' হৈছে। কেতিয়াও বোকা-পানী খচকি নোপোৱা দুই এজন ডেকা ডাক্তৰো আজি কালি গাৱঁত কেতিয়াবা দেখা যায়। ডাক্তৰ আছে অৱশ্যে; কিন্তু হোজা লোকে যিকোনো ৰোগত প্ৰথমে বলেন বেজৰ দেৱাই পানী নোখোৱাকৈ নেথাকে। বলেন বেজৰ চিকিৎসায় কাম নকৰিলেহে খাওঁ নাখাওঁকৈ ডাক্তৰৰ দেৱাই



খায়। বলেন বেজৰ ওপৰত গাওঁখনৰ প্ৰত্যেক ঘৰ গৃহস্থীৰ অপাৰ শ্ৰদ্ধা। পৰুৱাই পোৱা লোকক বিহলঙনিৰে কোবায় ইতিমধ্যে বেজে খ্যাতি আৰ্জ্জিছে। বিহলঙনিৰ কোব খায় কিমান লোক যে সিপুৰী পাইছেগৈ তাৰ হিচাব অৱশ্যে গাৱঁৰ ৰখা নাই।

ডাক্তৰে যি পাৰে বুজাইছে—কিন্তু ফল একো হোৱা নাই। স্বাধীন চৰকাৰৰ দয়াত এটা পঞ্চায়ত ঘৰ, এটা পাঠশালা ৰূপহী গাৱঁত বহিছে। পাঠশালাটোত প্ৰথমে পঢ়িবলৈ কোনো লৰাই অহা নাছিল—কিন্তু গাৱঁৰ উদ্যোগী পুৰুষ আঘোনা কায়ে ইটো সিটোক বুজায় বঢ়ায় লৰা-ছোৱালীৰ সংখ্যা ক্ৰমে ক্ৰমে বঢ়াইছে। ৰাইজেই খেৰ-বাঁহ গোটাই এটা পাঠশালা বহুৱাবলৈ ঘৰ সাজিছে। এই স্কুলঘৰটোত সম্পত্তি বুলিবলৈ আছিল এখন বোৰ্ড, এখন মেজ আৰু এখন চকী।

বাৰ-মাহৰ তেৰ পাৰ্ব্বণ। সেই উপলক্ষে ৰূপহী গাৱঁত আছে এটা নামঘৰ। মহাপুৰুষ সকলৰ তিথি উৎসৱৰ উপৰিও ইয়াত গাৱঁৰ ডেকা চামে পাতে ভাৱনা। সীতাহৰণ, অভিমন্যু বধ আদি ভাওনা চাবলৈ গাৱঁৰ ৰাইজ পাৰ ভাঙি আহে। সেই এটা দিনৰ বাবে গাওঁখন জীৱন্ত হৈ উঠে। এটা দিনৰ বাবে শোৱাপাটিৰ মৰম এৰি গাৱঁৰ ৰাইজে উপভোগ কৰে নতুন আনন্দ।

আগেয়ে আলিবাট বুলিবলৈ বিশেষ কোনো এটা বাট গাৱঁত নাছিল। যাৰ যেনি মন যায়, যাৰ যিপিনে অহা-যোৱা কৰিবলৈ সুবিধা হয় সেই পিনেই অহা-যোৱা কৰিবলৈ লুঙলুঙীয়া পথ কৰিছিল।

সম্প্ৰতি গাৱঁলীয়া ৰাইজৰ দৃষ্টিভঙ্গী সলনি হৈছে। সকলোৱে লগ লাগি ওখকৈ বাট বান্ধিছে। এই বাটেৰে ধনশিৰিৰ ঘাটলৈ অহা-যোৱা কৰিব পাৰি। বাৰিষা অৱশ্যে কেইদিনমান এই বাট পানীৰ তলত এতিয়াও থাকে।

পৰিয়ালবোৰৰ মাজত প্ৰেম-প্ৰীতিও নোহোৱা নহয়—অৱশ্যে সীমা লৈ, এচিকটা মাটি লৈ প্ৰায়ে গৃহকন্দল হোৱা শুনা যায়। কেতিয়াবা পঞ্চায়তেতো কাজিয়া ভাঙিব নোৱাৰে। তেতিয়া ৰূপহী গাৱঁৰ পৰা কুৰি মাইল দূৰৈত অৱস্থিত গোলাঘাটৰ কেছাৰী ঘৰলৈ গৈ মোকৰ্দ্দমা কৰিব লগা হয়।

চহা খেতিয়কে উকীল, হাকিমক লগ পাবলৈ যাওঁতে তেৱা সৰৰ চেপ্ৰাচী সকলে চহা খেতিয়কক নাকে কাণে পানী খুৱায়। সেই বাবে খেনোৱে হাঁহ-পাৱ, খেনোৱে এৱাঁ দৈ কোমল চাউল ভাৱ বৈ নি ভাগে ভাগে চেপ্ৰাচীৰ পৰা আৰম্ভ কৰি স্বয়ং হাকিমনী বা উকীলনীলৈকে ভেটেগৈ। উচিত ঠাইত উৎসৰ্গিত বস্তু ভোগত লাগিলে মোকৰ্দ্দমাটোৰ কিবা এটা সোনকালে হোৱাৰ আশা থাকে।

এইখন ৰূপহী গাওঁ—য'ত ধনশিৰিয়ে গান গায়, য'ৰ মাটিত চহা খেতিয়কে পুষ্ট বাহুৰে খেতি কৰে, লহপহীয়া হাতেৰে গাভৰুহঁতে কঠীয়া ৰোৱে, দাৱনীহঁতে ধান দায়, ম'হৰ পিঠত উঠি চেঙেলীয়া লৰাহঁতে ম'হ চৰায়, মুখত হাঁহি বুকুত যৌৱন লৈ জাকৈয়া ছোৱালীহঁতে মাছ মাৰিবলৈ যায় আৰু বনৰীয়া-হাতীয়ে উপদ্ৰৱ কৰিলে ন-যোৱানহঁতে ধেনুকাঁড় লৈ আৰু মনেশ্বৰ বায়নে বন্দুকেৰে হাতী খেদে।

ৰূপহী গাৱঁত সভ্যতাৰ বেঙুণি পৰিলেও আদিমতাৰ প্ৰতি মোহ আঁতৰা নাই। পুৰণিলৈ মোহ নাই কাৰ?

ধনশিৰিৰ বুকুত ঢল বাগৰে জোনাকৰ। পাৰৰ বালিৰ বুকুত পৃথিৱীৰ বুৰঞ্জীৰ এখিলা এখিলা পাত হেৰায় যায়,—কহুৱা বনৰ চাপৰিত বহুতবাৰ মলয়াই নাচোন নাচে, আকাশত বহুতবাৰ তৰায় দেৱালী পাতে, একেখন আকাশতে একেটা জোনে বহুত বাৰ পূৰ্ণিমাৰ পোহাৰ পাতে, উদয়গামী আৰু অস্তগামী সূৰুযৰ ৰঙা পোহৰত বহুত বাৰ ধনশিৰিৰ পানীত সেন্দুৰী বোল লাগিছে, পাৰৰ কাঞ্চন মদাৰ নাহৰ গছ কিজোপায় বহুত বাৰ বসন্তৰ শিহৰণ অনুভৱ কৰিছে। ধনশিৰিৰ পাৰৰ ৰূপহী গাৱঁৰ লখিমীহঁতে বহুত বাৰ কাতিবিহুত তুলসী-তলত আকাশ-বাতি লগাইছে।

বহুতবাৰ কুলিৰ মউ-বৰষা মাতে গাৱঁৰ ডেকা-গাভৰুক বিহ্বল কৰি তুলিছে, বহুত বাৰ ম'হৰ শিঙৰ পেপা বজায় মতলীয়া হোৱা ডেকাহঁতৰ ঢৌখেলা চুলিত ৰূপোৱালী বোল লাগিছে।

মাটি আৰু আকাশ যি ঠাইত লগ লাগিছেগৈ সেই ঠাইলৈকে গাৱঁৰ ডেকা-গাভৰু, বুঢ়া-বুঢ়ীহঁতে নিজ বাহুবলেৰে মাটিত কোৰ মাৰি হাল



বায়, কঠীয়া ৰুই ফুলাইছে সোণফুল। কেচা তেজৰ বোল লাগি সোণ হোৱা ফুলবোৰক বহুতবাৰ ধনশিৰিয়ে সাৱটি লৈছে নিৰ্ম্মম ভাবে। গভীৰ অৰণ্যৰ একোজোপা বিয়াগোম বৰ গছ শিপাৰে সৈতে নিৰ্ম্মূল কৰি খেতি কৰিবলৈ যাওঁতে বহুতে হয়তো জীৱনলৈকে নিশকটীয়া হৈ পৰে। তথাপি সিহঁতে মাটি কাটে, কোৰ মাৰে, গছ উভালে। মাটিক সিহঁতে ভাল পায়—মাটিৰ লগত সিহঁতৰ সম্বন্ধ নিবিড়। গাওঁখনৰ অ'ত ত'ত আছে দুই এটা পুখুৰী, এখন দুখন সৰু বিল। চুবুৰীয়া লোকে নৈলৈ নগৈ ইয়াৰ পানীৰেই দৈনন্দিন জীৱনৰ কাম সমাধান কৰে।

খোৱা-বোৱাৰ বাবে ৰূপহী গাৱঁৰ ৰাইজে অধিক চিন্তা কৰিবৰ প্ৰয়োজন নহয়। সিপাৰৰ নেপালী খুটিৰ গাখীৰ, বাৰীৰ শাক-পাচলি, পথাৰৰ ধান-মাহ আৰু বিলৰ বৰালীগড়ৈ মাছেৰে ভাল ভাবে দিন পাৰ হয়। প্ৰতিঘৰ গৃহস্থৰে যে নেপালীৰ গাখীৰ আৱশ্যক এনে নহয় —কিয়নো দুখীয়া হলেও গাই প্ৰায় সকলোৰে আছে। অৱশ্যে প্ৰতিপালৰ অভাৱত খীৰতী গাইৰ গাখীৰ শুকাই যায়। গৰুৰ বেমাৰ মাজে সময়ে হয়—দুই এটা বলধ, গাই চৰকাত মৰে। গৃহস্থই চকুলো টোকে। এই অভাৱ সোনকালে পূৰণ কৰাও টান।

পাঠশালা স্কুলটোৰ এতিয়া হেডপণ্ডিত দেবেন দত্ত। কিন্তু গাৱঁৰ সকলোৱে দেবেন মাষ্টৰ বুলিয়েই মাতে। এই পাঠশালা স্কুলটো আৰু ইয়াৰ লৰা-ছোৱালীবোৰক কেন্দ্ৰ কৰিয়েই দেবেন মাষ্টৰৰ জীৱন। স্কুলটো গঢ়ি তুলিবলৈ দেবেন মাষ্টৰৰ আপ্ৰাণ চেষ্টা। নিজৰ জীৱনৰ অপূৰণ আশাবোৰ পূৰ্ণ কৰিব লাগিব এই ছাত্ৰ-ছাত্ৰীহঁতৰ মাজেৰে। বহুত আশা, বহুত আকাঙ্ক্ষা লৈ মাইনৰ পাছ কৰি ডেকা বয়সত দেবেন মাষ্টৰ গৈছিল সম্বন্ধীয়া মোমায়েকৰ ঘৰত থাকি উচ্চ ইংৰাজী স্কুলত পঢ়িবলৈ। ডেকা লৰাটোৰ পৰা বহুত ঘৰুৱা কাম-কাজো কৰাই লব পাৰিব বুলি ভাবি মোমায়েকে দেবেনক আশ্ৰয় দিলে। স্কুলত নাম লগোৱাৰ পাছত দেবেনে দেখিলে যে নিচেই পুৱাতে উঠি খৰিফলা, পানী কঢ়িয়াই অনা আদি কামবনবোৰ কৰি কোনোৰকমেহে মূৰামূৰি সময়ত গৈ স্কুলত উপস্থিত হয়গৈ। কেতিয়াবা দেৰীও হৈ যায়।

ছুটীৰ পাছত বজাৰ কৰা, খৰিখেৰ সামৰা, গৰু-ছাগলী বিচাৰি আনি ঠায়ে ঠায়ে বান্ধি আহি কোনো ৰকমে স্কুলৰ দৈনিক পাঠ্য পঢ়িবলৈ পায়। কেতিয়াবা চাকিত তেলৰ হয় অভাৱ। সেই দিনা শেঁতেলিত পৰি ভূত ভৱিষ্যত ভাবি ডেকা দেবেনে চকুলো পেলায়। দিন এনেকৈয়ে পাৰ হৈ গৈছিল।

মোমায়েক ধনী নহয়। তথাপি ভাগিনিয়েকক এমুঠি খাবলৈ দিছে —থাকিবলৈ এডোখৰ ঠাই দিছে—ইয়াতকৈ দেবেনে অধিক আশা নকৰে। তথাপি মন অবুজন। চকুলো ৰোধ কৰিব নোৱাৰে। হাঁহি-কান্দোনৰ মাজেৰে দেবেনে ক্ৰমান্বয়ে বছেৰেকীয়া পৰীক্ষাবোৰত উত্তীৰ্ণ হৈ গৈ থাকিল—কিন্তু এদিন দেবেনৰ মোমায়েকক মৃত্যুৱে হাতছানি দিলে। কোনোবা অজান ঠাইলৈ দেবেনৰ মোমায়েকৰ আত্মা উৰি গুচি গ'ল। দেবেনৰ মূৰত আকাশী সৰগ ভাগি পৰিল। অসহায় হৈ পুনৰ দেবেন উভতি আহিল গাৱঁলৈ। দুখীয়াৰ আশা অলীক, কল্পনা-বিলাস।

ঘৰত একমাত্ৰ বিধবা পেহীয়েক ৰহিলাৰ বাহিৰে দেবেনৰ কোনো নাছিল। ভতিজাকক বহুত দিনৰ মূৰত পাই ৰহিলাৰ মনটো ভাল লাগিল। কিন্তু দেবেনে মনটো মাৰি থকাৰ বাবে ৰহিলাৰ মনত শান্তি নোহোৱা হ'ল। বাৰ বছৰ বয়সতে সিপাৰৰ 'মেগেলা' গাৱঁৰ বেথাৰামৰ লগত ৰহিলাৰ বিয়া হৈছিল। কিন্তু ৰহিলা জনম-দুখিনী। বেথাৰামৰ বহল বুকুখনত আশ্ৰয় লবলৈ তাই অধিক দিন নেপালে। বেথাৰামলৈ নিয়তিৰ চমন আহিল। বেথাৰাম গ'লগৈ। বুকু ভুকুৱায় চুলি চিঙি তাই কান্দিলে, কিন্তু মৰা মানুহ উভতি নহে। বেথাৰামো নাহিল। গাভৰু বয়সতে ৰহিলাৰ কপালৰ ৰঙা ফোঁটত জুই লাগিল। বসন্তৰ মঞ্জৰি নৌ ফুটোতেই কালৰ ধুমুহাত মৰহি গ'ল। ৰহিলাৰ মুখৰ হাঁহিৰ নিজৰা চিৰকাললৈ শুকাল। কোনেও নেজানিলে ৰহিলাৰ দুখ কিমান গধুৰ, কিমান মৰ্ম্মান্তিক।

ইয়াৰ পাছতো ৰহিলাৰ মূৰৰ ওপৰেদি বহুত বাৰিষা বসন্ত পাৰ হৈ গৈছে—বাৰিষাই তাইক কন্দুৱাই, বসন্তইও তাইক কন্দুৱায়। বসন্তৰ পৰশে মন-পথাৰত তাইৰ হেন্দোলনি তোলে। ৰূপোৱালী জোনাকত তাই যেতিয়া বাউলি হৈ পৰিছিল তেতিয়া তাই কেতিয়াবা শোৱা পাটিখনত



পৰি ওৰে নিশা ধৰফৰাই চটফটাই নোশোৱাকৈয়ে পাৰ কৰি দিছিল। যৌৱনৰ বন্য-বাসনাক তাই চেপি ৰাখিছিল। উচুপি উচুপি তাই কান্দিছিল—কেতিয়াবা তাই বলিয়া হৈ যাবলৈকে কামনা কৰিছিল। যিটো মানুহে তাইক এদিন মৰম কৰিছিল, যিটো মানুহৰ বুকুত শুই তাই অমিয়-সুখ অনুভৱ কৰিছিল, যিটো মানুহে বিহুৱে সংক্ৰান্তিয়ে তাইক তেলৰ চিচা, কাকৈ, সূতা আনি দিছিল, যিটো মানুহে তাইক তাৰ যথাসৰ্ব্বস্ব দিছিল, সেই মানুহটো এদিন এই জগতৰ পৰা গুচি গ'ল। নিঃসহায় নাৰী। কন্দাৰ বাহিৰে তাইৰ আৰু উপায় আছিল কি? নিশা কেতিয়াবা তাই গোঁসানীৰ নাম গায়—ঈশ্বৰক কৰে প্ৰাৰ্থনা। শেহনিশা হয়তো তাইৰ কেতিয়াবা টোপনি আহে, কেতিয়াবা হয়তো নাহে। সেই দুৰ্ঘটনাৰ পাছতে দেবেনৰ দেউতাক অৰ্থাৎ ৰহিলাৰ ককায়েক ৰংমনে ভনীয়েকক নিজৰ ঘৰলৈ আনিল। তেতিয়াৰে পৰা ৰহিলা ৰংমনৰ ঘৰত আশ্ৰিত। 'মেগেলা' গাৱঁৰ লগত ৰহিলাৰ সম্পৰ্ক প্ৰায় নোহোৱাৰ দৰেই হৈ পৰিলগৈ।

ককায়েকৰ মাটিত ধান দাই, কঠীয়া বুই তাই জীৱন নিৰ্ব্বাহ কৰিছে। জীৱনৰ এই কঠোৰ সংগ্ৰামত ভাগৰি নপৰিবলৈ ৰহিলা দৃঢ়-প্ৰতিজ্ঞ। ৰংমনৰ লৰা-ছোৱালী কেইটা তাইৰ বুকুৰ মঙহ স্বৰূপ।

ইহঁতক বুকুত ভৰায় লৈ ৰহিলাই জীৱনৰ দুখ পাহৰি যায়। লোহোৰা লোহোৰ হাত-ভৰিৰে সৈতে মৰমলগা লৰা-ছোৱালী কেইটাৰ আল ধৰি; গোহালিৰ গৰু ছাগলী, হাঁহ পাৰৰ প্ৰতিপাল কৰি তাইৰ দিনবোৰ ক্ৰমান্বয়ে আগবাঢ়ে। ৰহিলাই হয়তো ভাবিছিল দিনবোৰ এই কণ শান্তিৰ মাজেদিয়েই পাৰ হৈ যাব। কিন্তু বিধি বাম। দুখুনীৰ দুখৰো অন্ত নাই।

ৰংমনে সেই বাৰ অধিক লাভ পালে কুহিয়াঁৰ খেতি কৰি। এজনী ম'হ কিনিবৰ মন গ'ল ৰংমনৰ। এই কথা চিন্তা কৰি সিপাৰৰ নেপালী গাৱঁৰ প্ৰেমলালৰ ওচৰ পালেগৈ। প্ৰেমলালে ৰংমনক এজনী ম'হ দিলে। পাঁচকুৰি টকা আগধন দি ৰংমনে ম'হজনী আনি মাৰ-নাৱত তুলিলেহি। কিছুদূৰ ম'হজনী ভালকৈয়ে আহি আছিল। কিন্তু পানীৰ মাজত হঠাতে ম'হটোৱে উৎপাত কৰিবলৈ আৰম্ভ কৰিলে। এই ম'হটোকে

চম্ভালিবলৈ যাওঁতে ৰংমনক ধনশিৰিয়ে সামৰিলে। লগে লগে আমা-ডিমা লৰা-ছোৱালী কেইটাৰে সৈতে ৰংমনৰ বেমাৰী ঘৈণীয়েক আঘোনী বিধৱা হ'ল আৰু ৰহিলা হ'ল অনাশ্ৰিতা।

ধনশিৰিৰ দুৰ্জ্জয় মূৰ্ত্তিয়ে ৰংমনক সামৰি ললে আৰু লগে লগে ৰংমনৰ পৰিয়ালটোক আসন্ন মৃত্যুৰ মুখলৈ ঠেলি দিলে।

সেই দুৰ্ঘটনাৰ সময়ত দেবেন চেঙেলীয়া লৰা। বাপেকৰ আকস্মিক মৃত্যুত তাৰ জীৱনটোত আউল লাগিবলৈ ধৰিলে। দেবেনৰ পঢ়ি শুনি ডাঙৰ মানুহ হোৱাৰ আকাংখা ধনশিৰিয়ে গ্ৰাস কৰিলে।

এই সময়চোৱাৰ ভিতৰতে ৰহিলাৰ মুৰৰ ওপৰেদি বহুত ধুমুহা পাৰ হৈ গৈছে। জ্ঞান হোৱা অৱস্থাৰে পৰা ৰহিলাই জানে যে তাই মাউৰী। কোনোমতে ককায়েক ৰংমনে তাইক বেথাৰামৰ লগত বিয়া দিলেও তাই গিৰিয়েকক হেৰুৱাই পুনৰ ৰংমনৰ ওচৰলৈকে উভতি আহিল। ইয়াতো তাইৰ মৰমৰ একমাত্ৰ ককায়েক ৰংমনক হেৰুৱালে—কান্দি কান্দি তাই কান্দিব নোৱাৰা হৈ গৈছে—সহি সহি তাইৰ হিয়া শিল হৈ গৈছে।

লৰা-ছোৱালীৰে সৈতে এটা বিৰাট পৰিয়াল। অসীম ধৈৰ্য্যৰে অদমনীয় সাহসেৰে ৰহিলাই ৰংমনৰ সংসাৰ খন পৰিচালনা কৰিবলৈ ধৰিলে। দেবেনে পঢ়াশুনাৰ আশা জলাঞ্জলি দি হালত ধৰিছিল। দুবছৰ মান পঢ়াশুনাও তাৰ বন্ধ হ'ল। ঘৰখনৰ অৱস্থা অলপ ভাললৈ অহাত ৰহিলাৰ মুখলৈ পানী আহিল। আঘোনী এতিয়া উঠি মেলি ফুৰিব পৰা হৈছে। ৰহিলাই বুজিলে দেবেনটোৰ মনটো মৰি গৈছে। লৰাটোক পুনৰ পঢ়িবলৈ পঠিয়াবলৈকে মনে মনে থিৰ কৰিলে। ঘৰ-সংসাৰ খেতি-বাতি কিবা দেবেনে চলাইছেনে? খেতি নিজে কৰিব নোৱাৰিলে আধি দিব।

ৰংমনৰ মৃত্যুৰ প্ৰায় আঢ়ৈ বছৰৰ মূৰত ৰহিলাৰ নিৰ্দ্দেশ অনুসৰি দেবেনে পুনৰ পঢ়িবলৈ বুলি মোমায়েকৰ ঘৰলৈ যাত্ৰা কৰিলে। মনে মনে ঈশ্বৰক জনালে প্ৰাৰ্থনা।

দেবেনৰ ভনীয়েক দুজনীও লাহে লাহে দেখনিয়াৰ হৈ আহিছে। ৰহিলাৰ চিন্তা—জানোচা কিবা দুৰ্ঘটনা হয়। কিন্তু যৌৱনবলীয়া মন



আৰু বলীয়া হাতী একে বস্তু। যৌৱনৰ বাউলী বতাহে দুয়োজনীকে উত্ৰাৱল কৰি তুলিলে। দুয়োজনী গৈ দুটা গাৱঁৰে ডেকাত চাপিলগৈ। পেহীয়েক মাকৰ অবাধ্য হৈ সিহঁতে চকুলো টুকিছিল। সমাজে সাদৰি নোলোৱালৈকে ৰহিলা আৰু আঘোনীৰ চকুত টোপনি নাছিল। যেতিয়া সমাজে সাদৰি লোৱাৰ খবৰ পালে তেতিয়া মাক-পেহীয়েকে স্বস্তিৰ নিশ্বাস পেলাই কলে—এৰা হওতে কামটো সিহঁত দুজনীয়ে ভালেই কৰিলে। মাক পেহীয়েকৰ খং মাৰ যোৱা দেখি দুয়োজনী মাকৰ ঘৰলৈ আঠমংগলা খাবলৈ আহিছিল।

সময় কালৈকো ৰৈ নেথাকে। দ্ৰুতগতিৰে পৃথিৱীৰ বুকু গচকি সময় আগ বাঢ়ে। ৰহিলা আজি গাভৰু নহয়। গাভৰু বয়সত ধান দাই থাকোঁতে তাইক যে পথাৰত নদাই পলাশহঁতে আমনি দিয়া নাছিল এনে নহয়—তাই বহুত আমনি, বহুত অপমান জীৱনত আৰ্জ্জিছে যদিও তাই এইবোৰ বিধতাৰ নিৰ্ম্মালি বুলিয়েই শিৰত ধাৰণ কৰি ককায়েক ৰংমনৰ সংসাৰখনকে খামুচি ধৰি আছিল। বুকুৰ ভিতৰত থকা বেথাৰামৰ প্ৰতিমূৰ্ত্তি আছিল তাইৰ ৰক্ষা-কবচ। হাল বাবলৈ দৰকাৰ পুৰুষৰ। ৰহিলাই জগত মেধিকে কিবা এটা উপায় কৰি দিবলৈ খাটনি ধৰিলেগৈ। জগত মেধিয়েও ৰহিলাৰ মাটিত হাল বাবলৈ দুটা মানুহ ঠিক কৰি দিলে। এই মানুহ দুটাই পৰিশ্ৰমৰ জোখাৰে পাব ধান।

হালোৱাই হাল বায়, ৰহিলা আৰু আঘোনীয়ে কঠীয়া বোৱে, ধান দায়, আজৰি পৰত খালৈ লৈ ওচৰত থকা খাল-দোংৰ পৰা মাছ ধৰি আনে—বাৰীৰ ঢেকীয়া কচুৰে সিহঁতৰ দিনবোৰ পাৰ হৈ গৈছিল নিৰাপদে।

ধান বেচি যি কিটা টকা পোৱা যায় তাৰে দেবেনক দিও বছৰটোৰ জঞ্জাল মাৰিব লাগিছিল।

দেবেনৰ প্ৰবেশিকা পৰীক্ষালৈ বছেৰেক থাকোঁতেই মাকো গ্ৰহণী বেমাৰত ঢুকাল। এইবাৰ দেবেন ঘাটমাউৰা হ'ল।

সি ঘৰলৈ হতাশ মনেৰে উভতি আহিল। পঢ়া আৰু নহ'ব। ইমান বাধা-বিঘিনি সত্বেও সি পঢ়ি আছিল—এতিয়া পেহীয়েককেই বা সি

এৰি থৈ যাব কাৰ লগত? এইখন ভূতৰ ঘৰৰ দৰে হৈ পৰিছে। দিনতে যেন শিয়ালে চিঞৰে।

সৰু সৰু সমাজৰ প্ৰচলিত প্ৰথা অনুযায়ী দেবেনে মাকৰ কাম-কাজ হৈ যোৱাৰ পাছত সকলো ঘৰাঘৰি গ'ল। দেবেনৰ বাসনা, উচ্চ আকাঙ্ক্ষা আজি নিয়তিৰ খেলাৰ পুতলা।

নিঃসহায় হৈ সি কান্দিলে বহুত দিন—কিন্তু কান্দি থাকিলে ঘৰ-সংসাৰ চলে কেনেকৈ? পেহীয়েক আছে। জীৱনৰ যথাসৰ্ব্বস্ব দি তাক গঢ়ি তুলিবলৈ চেষ্টা কৰা মাথোঁ এই এগৰাকী মানুহেই পৃথিবীত তাৰ এতিয়াও আছে; সেই গৰাকী মাতৃৰ প্ৰতি তাৰ জানো কৰিব লগা একোৱেই নাই? স্বাৰ্থপৰৰ দৰে নিজৰ ৰামধেনু সপোনক ৰূপ দিবলৈ যাওঁতে তাৰ মৰমৰ পেহীয়েকজনী জানো দৈন্যৰ লগত যুঁজি জীয়াই থাকিব পাৰিব?

কিন্তু উচ্চ আকাঙ্ক্ষা?

মাটিত খেতি কৰিবলৈ হলে সি আৰু গোলাঘাটলৈ উৰ্ভতি যাব নোৱাৰিব আৰু গোলাঘাটত থাকিবলৈ হলে খেতি-বাতিৰ আশা বাদ দিব লাগিব।

এফালে নিজৰ ঘৰ, নিজৰ মাটি—আনফালে উচ্চ আকাঙ্ক্ষা; এফালে অভাৱ—আনফালে আহ্বান।

চিন্তাৰ সাগৰত উটি-বুৰি সি পাৰ নোপোৱাত পৰিল। চিন্তাই তাক শেতশেতীয়া কৰিলে।

ৰহিলাই দেবেনৰ মনৰ ভাব উপলব্ধি নকৰাকৈ থকা নাছিল। আগচোতালত থকা আম জোপাৰ তলত ৰহি পশ্চিম আকাশত পৰি যোৱাঁ সেন্দুৰীখিনিলৈ চায় বহুত কথাই সি ভাৱিছিল। চকুত নামিছিল বাৰিষাৰ ঢল। ৰহিলাই চোতালত থকা কটালীখিনি পেলাবলৈ আহি দেখে মৌন হৈ ৰহি থকা দেবেনক।

শোকে খুন্দা মাৰি ধৰে। হাতৰ বন পেলায় ভতিজাকৰ ওচৰলৈ আহি মূৰৰ জপৰা চুলিখিনিত হাত ফুৰায় দি মৰমেৰে ৰহিলাই তাক কৈছিল—"সোণটো, তই বেজাৰ নকৰিবি। তই পঢ়িব খুজিছ পঢ়।



মোক কণা গোঁসায়ে উৰ্ভতি নেচায় মানে তই মাটি-বাৰীৰ কথা ভাবিব নেলাগে। গাওঁখনৰ মানুহবোৰ ভাল। ইঘৰে সিঘৰক মৰম কৰিব জানে। টানে আপদে দৌৰি আহে। তই এতিয়া যোৱাৰ দিন-টোকে ঠিক কৰ।"

এই হেন মৰমিয়াল পেহীয়েকজনীক এৰি থৈ যাবলৈ দেবেনৰ সত নগল। এই পেহীয়েকজনীৰ বাহিৰে দেবেনৰ যে আৰু কোনোৱেই নাই আপোন বুলিবলৈ! যি আছে কপালত হ'ব বুলি ভাবি দেবেনে পেহীয়েকক পঢ়িবলৈ নাযাওঁ বুলি কৈ দিলে। মোমায়েকো যিবা আছিল তেওঁও ঢুকাল। দেবেনে তেতিয়াই গাৱঁৰ সেই পাঠশালা স্কুলখনত কামত সোমাল। যিবোৰ সপোন দেবেনে দেখিছিল সেই সপোন কিজানি ছাত্ৰ-ছাত্ৰীহঁতৰ জৰিয়তে ফলেই। মনৰ অভিলাস পূৰ্ণ হ'লে তাৰ আৰু দুখ কৰিবৰেই বা আৱশ্যক কি? ইয়াকে স্থিৰ কৰি সি স্কুলখনতে মন-প্ৰাণ ঢালি দিলে। দেবেনক সহায় কৰিবলৈ আগবাঢ়ি আহিল উদ্যোগী লোক আঘোনা। কেচা তেজৰ পিৰপিৰণিত চেঙেলীয়া বয়সতে আঘোনাই ঘৰ এৰি চহৰলৈ গৈছিল। শ'ক্-মণিৰ মুকুতা বুলীয়া গুটিৰে মালা পিন্ধাৰ এটা অদ্ভুত বিলাস আছিল আঘোনৰ।

এদিনৰ কথা— সেই দিনা এই শক্মণি বিচাৰি যাওঁতে কেতিয়াবা গৈ ঘন বননিত সোমায় বাট হেৰুৱাই বিতত হ'ল। কাণি-মুনি বেলিকা যেতিয়া ঘৰ পায়হি তেতিয়া অনুভৱ কৰে—গোটেই গাত বিষ। পিছ-দিনাহে আঘোনাই গম পালে তাক খেচেৰী লতাৰ কাঁইটে বিন্ধি শৰীৰ ক্ষত-বিক্ষত কৰিলে। দেউতাকে তাক মৰম কৰক চাৰি সেই নিশাখন ঘৰ ওলোৱাহি দেখি ভালকৈয়ে এপিটন দিলে।

শোকে দুখে মন তাৰ জৰ্জ্জৰিত হ'ল। নিজৰ লৰা হ'ল বুলি এইদৰে কোবাব লাগেনে বাৰু? মনত জাগিল বিদ্ৰোহ। পিছদিনাই সি গাৱঁৰ মৰম, মাক-বাপেকৰ মৰম নেওচি মনে মনে গুচি আহিল। তাৰ ভাগ্য ভাল আছিল বাবেই তাৰ গাৱঁৰে মনেশ্বৰ বায়নৰ ভনীজোৱাঁয়েক হেমকান্তই তাক গোলাঘাটৰ বজাৰতে ঘূৰি ফুৰা দেখি নিজৰ ঘৰলৈ আনি প্ৰেছৰে আখৰ বচা কামত নিয়োগ কৰিলে। হেমকান্তও প্ৰেছৰ এজন কৰ্ম্মচাৰী আছিল। আঘোনাই মাহেকত প্ৰেছৰ পৰা পাৰ ৰূপ

পোন্ধৰ টকা। হেমকান্তৰ লগত থাকি আঘোনাৰ পঢ়াশুনাৰ প্ৰতিও ধাউতি বাঢ়িল। চহৰৰ জীৱন আঘোনাৰ ভালেই লাগিছিল। কিন্তু গাওঁখনৰ মৰম এৰা টান।

দেউতাকে তাক নিবলৈ মানুহ পঠিয়ালে। সি নেযায়। হেমকান্তই বুজালে। অৱশেহত সি যোৱাটোকে ঠিক কৰিলে।

এই আঘোনাই হ'ল দেবেনৰ সোহাঁত। স্কুলত ল'ৰা কম। আঘোনাই ইঘৰৰ পৰা সি ঘৰলৈ গৈ গৃহস্থক পঢ়াশুনাৰ উপকাৰিতাৰ বিষয়ে বুজায়। বহুতে অৱশ্যে আঘোনাক নিৰাশ কৰি কৈয়েই দিছে, "আমাৰ লৰাই লিখা-পঢ়া কৰি 'মুনচুপ' হ'লে আমাৰ মাটিত হাল বাব কোনে? মাটিবোৰ জহালি হৈ নাযাবনে? হাল নাবালে আমি ধান-মাহ পাম কৰ পৰা? আমি জীয়াই থাকিম কেনেকৈ?" আঘোনাই এই অবুজন সংস্কাৰবন্ধ মানুহবোৰক কয় লিখা পঢ়া নজনাৰ কাৰণে কেনেকৈ মহাজনে সিহঁতক ঠগি খাইছে।

দিন আগবাঢ়ে। ছাত্ৰৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। দেবেনৰ মন জুৰ পৰিল। আঘোনাৰ প্ৰতি কৃতজ্ঞতাৰে হিয়া তাৰ উপচি পৰিল। দেবেনৰ মনটো ফৰকাল যেন লাগিল। বহুত দিনৰ মুৰত সি দেখা পালে অৰুণ পোহৰ।

দেবেনৰ মুখখনত আনন্দ দেখি ৰহিলাৰ বুকুত আনন্দই নধৰা হ'ল। জীৱনৰ একমাত্ৰ অৱলম্বন দেবেন। দেবেনৰ দুখ দেখিলে ৰহিলাৰ বুকুৱে ধান বানে। সুখ দেখিলে আনন্দই নধৰা হয়।

'এৰা, দেবেনটোৰ বয়স হৈছে।' পেহীয়েক ৰহিলাই ভাবে। এজনী নানিলে দেবেন কিজানি ফাকিৰেই হৈ যাব। যি হে জধলা মানুহ। ইমান খন ঘৰ ৰহিলাই অকলে চম্ভালিবও নোৱাৰা হৈ আহিছে। কাৰণ বয়সৰ লগে লগে মানুহবোৰ নিশকতীয়া হৈ আহে। জেতুকীজনী দেবেনৰ লগত ভাল জোৰ হ'ব—ৰহিলাই ভাবে। জেতুকী আঘোনাৰ ভনীয়েক। টানে আপদে জেতুকীয়েই আহি ৰহিলাক চোৱা-চিতা কৰেঁহি। সিবাৰ পিত্তৰ বেমাৰত পৰি থাকোঁতে তাইনো কম প্ৰতিপাল কৰিলেনে ৰহিলাক! দেখাতো জেতুকী বেয়া নহয়। ৰহিলাই সিহঁতৰ মনৰ খবৰো নোপোৱাকৈ থকা নাই। যোৱা বাৰ বিহুতে জেতুকীয়ে



দেবেনলৈ বুলি ফুলাম গামোছাখন আনি ৰহিলাৰ হাতত দি কৈছিল— "পেহীটি, এইখন দেবেন ককাইটি আহিলে দিবি।"

দেবেনেও জেতুকীৰ লগত সহজ ভাবে ব্যৱহাৰ কৰিবলৈ পাহৰি যায়। কিবা কবলৈ আহি কিবা কয়, লাজতে দেবেনৰ কাণ-মুৰ গৰম হৈ যায়। কেতিয়াবা ৰহিলাই জেতুকীক কয়—"যাচোন জেতুকী, ককায়েৰক চাহ পানী এটোপাকে দে।"

ৰহিলাৰ কথামতে তাই দেবেনৰ হাতত লাজ লাজকৈ চাহৰ বাটিটো তুলি দিয়ে। লাজতে গোটেইজনী পকা থেকেৰা যেন হৈ পৰে।

দিনৰ দিনটো স্কুল আৰু পথাৰত কাম কৰি শ্ৰান্ত হৈ দেবেন যেতিয়া ঘৰলৈ আহে—তেতিয়া গাভৰু জেতুকীৰ সান্নিধ্যই তাৰ পৰাণ জুৰ পেলায়। সি উপলব্ধি কৰে—তাৰ পেহীয়েকৰ এতিয়া বয়স হৈছে —তাৰো প্ৰয়োজন নাৰীৰ সংস্পৰ্শ।

'এৰা, সি জেতুকীকেই বিয়া কৰাব।' মনে মনে দেবেনে ভাবে। জেতুকীয়ে জানো তাক ভাল পায়—মনত সন্দেহ জন্মে। 'নহয়, জেতুকীয়ে তাক ভাল পায়—তাইৰ চকুজুৰিয়েই তাৰ প্ৰমাণ।'

ৰহিলাই কথাটো উলিয়াবলৈ চেলু বিচাৰি আছিল। দেবেন পথাৰৰ পৰা আহি ধনশিৰিত জোবোৰা মাৰি তিয়নি সলাই লৰালৰিকৈ ভাতকিটা খাবলৈ বহিছিল মাথোন। তেনেতেই ইটো সিটো দিয়াৰ চলেৰে ৰহিলাই দেবেনক কলে —"বোপাই এটা কথা নহয়—তোৰ বিয়াখন পাতিব লাগে। মই জানো সদায় জীয়াই থাকিম? তোৰ আপত্তি নেথাকিলে এই জেতুকী-জনীকেই চোন আমাৰ ঘৰলৈ আনিব পাৰোঁ।"

পেহীয়েকে তেন্তে তাৰ মনৰ কথা বুজি পালে। তাৰ বৰ লাজ লাগিল। কোনোমতে মাথো ক'লে—"পেহী, তই যি ভাল দেখ কৰ।"

সি মুখ ধুবলৈ আহি দেখে কাঞ্চনজোপা বগা ফুলেৰে উপচি পৰিছে—ফুলজোপা যে ফুলিছে সি এতিয়াহে যেন জানিলে। এৰা, এইটো ফাগুন মাহ। কুঁৱলীৰ আবৰণ গুচাই ফাগুনৰ মধুৰ সপোনে তাৰ মনত হিল্লোল তোলে। কোনোবা অজানপুৰীৰ মধুৰ সুৰে তাৰ অন্তৰত কঁপনি তোলে। সি বিহ্বল হৈ পৰে—পৃথিবীৰ ৰূপ দেখি।

ধনশিৰিৰ পাৰৰ বনাবৰিণাত ফাগুনে দোলা দি যায়—বিচিত্র ফুলেৰে মধুৰ সৌৰভেৰে ৰূপহীন মাটিয়ে মোহনীয়া ৰূপ ধাৰণ কৰে।

তথাপি সি এবাৰ জেতুকীক কথাটো সুধি চাব—মনে মনে থিৰ কৰিলে। কিন্তু সি জেতুকীৰ মত লোৱাৰ পূৰ্ব্বেই খবৰটো গাৱঁত জনাজনি হৈ গ'ল।

কোমল চাউল, দৈ-গাখীৰ, গুৰ আৰু হাঁহ দুটা খাওঁত লৈ আঘোনা আহিল দেবেনৰ ওচৰলৈ। আঘোনাৰ মুখত হাঁহিয়ে নধৰা হৈছে। ভনীয়েক জেতুকীক দেবেন মাষ্টৰে কৰাব বিয়া! গাৱঁৰ সমাজত দেবেনৰ মান আছে। দেবেন পঞ্চায়তৰ এজন সভ্য। আঘোনাৰ আছে কি? কেই পুৰামান মাটি থাকিলেই হলনে? টানে আপদে দেবেনৰ মাত এষাৰ পাব, ইয়াতকৈ অধিক আঘোনাৰ প্ৰয়োজনেই বা কিহৰ!

যথাসময়ত নিৰ্ব্বিঘ্নে জেতুকীৰ লগত দেবেনৰ বিয়া হৈ গ'ল। বিয়াৰ মাঙ্গলিক বাদ্যৰ মাজেদি জেতুকীয়ে আহি গিৰিয়েকৰ ঘৰ মজিয়া গছকিলে। অতদিনে মৰিশালী যেন হৈ থকা ঘৰখনলৈ জেতুকীয়ে বৈ আনিলে জীয়া জীৱনৰ ৰঙা সপোন। জেতুকীৰ আগমনত আগৰ ভূতৰ দৰে ভয়ঙ্কৰ নিস্তব্ধতা আঁতৰি গ'ল। ৰহিলাৰ শিল হৈ যোৱা হিয়া-খনত পুনৰ আশাৰ সৰু সৰু ঢৌবোৰে সৃষ্টি কৰিলে স্পন্দনৰ। বিশ্ববিধতাৰ এই কণ চেনেহৰ কণা কোনোবা সুৰুঙাইদি আহি ৰহিলাৰ হিয়া উজলায় দিয়ে।

সদায় আহি গৈ থকাৰ বাবে জেতুকীৰ গিৰিয়েকৰ ঘৰখন অপৰিচিত যেন নেলাগিল। তাই ঘৰখন প্ৰথমে শৃঙ্খলা লগাই লৈ চাঙত তুলি থোৱা তাঁতশাল খন নমাই আনি পিছফালে চালি এডোখৰ দিয়াই তাতে পাতি ললে। প্ৰায় দহ বছৰ কাল তাঁতশালযোৰ তেনেকৈয়ে পৰি আছে। ভালে থকা অৱস্থাতে ৰহিলাই তাঁত লগাইছিল। মাজে সময়ে দেবেনৰ ভনীয়েক দুজনীয়েও তাঁত বৈছিল। সিহঁতো ঘৰে ঘৰে গ'ল—আঘোনীও ঢুকাল। ৰহিলাৰ মন আৰু শৰীৰ ভাগি পৰিল। মনৰ জোৰতে তাঁত লগাবলৈ হেঁপাহ কৰিলেও সময়ে নাটনি হয়গৈ। তাতে ৰহিলা গাভৰু নহয়।

গোহালি ঘৰটো মেৰামতি কৰাৰ দৰকাৰ। সৰ্বাণ খেৰ আনি



থোৱাই আছিল। দেবেনে সেইটো জেতুকীৰ কথামতে মেৰামতি কৰি দিলে। জেতুকীয়ে গোবৰ মাটিৰে বেৰবোৰ লেপিলে। পথাৰৰ কেইবা পুৰা মাটি বাকৰিত পৰিণত হৈছেগৈ—যিমান দূৰলৈকে পৰা যায় স্কুললৈ যোৱাৰ আগতে দেবেনে মাটি চহাব—যিখিনি নোৱাৰে ভাড়া কৰি মানুহ ল'ব। কঠীয়া তাই ৰুব, পেহীয়েক ৰহিলাইও তাইক সহায় কৰিব।

সুখ-শান্তিৰে দেবেনৰ সৰু পঁজা ঘৰটো উপচি পৰিল। এই নবদম্পতিৰ সুখ দেখি গধূলি বাহলৈ উভতি যোৱা কপৌজুৰিয়েও হয়তো খন্তেক পৰৰ বাবে দেবেনহঁতৰ বাৰীৰ ঢাপত থকা কাঞ্চন জোপাত ৰহি ৰুণ দিয়েহি—হয়তো সিহঁতে কৰ খোজে—তহঁতৰ সুখ অক্ষয় হওক।

ৰহিলাৰ মনত শান্তি হলেও ককায়েকৰ কথা মনত পৰি ৰহিলাৰ চকুলো সৰে। দেহি—ককাইটি থকা হ'লে!

অসংখ্য বিপদ সিহঁতৰ মূৰৰ ওপৰেদি পাৰ হৈ গৈছে। ৰহিলাৰ পৰা নিয়তিয়ে মাক-দেউতাকক কাঢ়ি নিছে। বুকুৰ মঙহ স্বৰূপ গিৰিয়েকক কাঢ়ি নিছে, শেষত একমাত্ৰ মৰমৰ ককায়েক ৰংমন আৰু বোৱেক আঘোনীক কাঢ়ি নিছে। তাইৰ বুকুখন আশঙ্কাত কঁপি উঠে।

দেবেন-জেতুকীৰ মঙ্গল কামনা কৰি তাই নামঘৰলৈ ঘিউৰ চাকি আগ কৰে। মনে মনে প্ৰাৰ্থনা কৰে—প্ৰভু এই কেইটা দিন শান্তিৰে থাকিবলৈ দিয়া!

তিনিমাহে যেতিয়া জেতুকীয়ে গা নুধুলে, ৰহিলাই বুজিলে যে জেতুকীৰ গা বন্ধ হ'ল। তাইৰ মনটো ভাল লাগি যায়। দেবেন জেতুকী যেতিয়া পথাৰত থাকে তেতিয়া তাইৰ মনটো বৰ গধুৰ হৈ থাকে। তাইতো সদায় পথাৰলৈ যাবও নোৱাৰে। ঘৰখনৰ নিৰ্জ্জনতাই তাইক আমুৱায়। এটা কেচুৱা ঘৰখনত থাকিলে তাইৰ লগ এটা হ'ব। এতিয়া অৱশ্যে পথাৰলৈ কিবা কাৰণ বশতঃ যাব নোৱাৰিলে তাই ঘৰুৱা বনবোৰকে কৰে। একো কৰিব লগা নেথাকিলে তাই জেতুকীয়ে গধূলি তাঁত বৰলৈ মহুৰা ফুৰায় নাইবা তাঁত বাতি কৰিবলৈ সূতা উঘায়।

আগেয়ে তাত বাঁতি ৰহিলাই কৰিছিল কিন্তু দহ বছৰ মানৰ পৰা তাকো এৰি দিছে। বাঁচ্ ভৰাবলৈও অসুবিধা, বাঁচ্ৰ কণীবোৰ নেদেখে।

অৱশেহত দেবেন জেতুকীৰ মিলনৰ মাজেদি সৃষ্টি হ'ল এপাহি ফুলৰ। তাইৰ নামকৰণ কৰা হ'ল মালতী। ৰহিলাই হয়তো বংমনৰ বংশত চাকি জ্বলাবলৈ মনে মনে বাঞ্ছা কৰিছিল এটি লৰাৰ। কিন্তু বিধতাৰ ইচ্ছা হয়তো আছিল অন্যৰূপ। খন্তেকৰ বাবে ৰহিলাৰ মুখখন মোলান পৰিছিল, কিন্তু মৰমলগা শিশুটোৰ পবিত্ৰ দেহকান্তি দেখি তাইৰ মনটো ভাল লাগে। কোলাই বোকাই তাইক ডাঙৰ কৰিবলৈ ধৰিলে ৰহিলাই। এই মালতীয়েই আমাৰ উপন্যাসৰ নায়িকা। চম্পা-ফুলৰ দৰে বৰণ, লোহোৰা লোহোৰ হাত-ভৰি; বাৰবৰি চুলি, তাতোকৈয়ো সুগোল মুখমণ্ডলৰ মাজত ডালিম বুলিয়া ওঁঠৰ পাহিৰে সৈতে মৰম লগা মালতী জনীক বুকুত ভৰাই মাকৰ মৰমৰ উম দিবলৈ পায় ৰহিলাই নিজৰ জীৱনৰ দৈন্যতাখিনি পাহৰি যায়। জীৱনত কোনো দিনে উপলব্ধি নকৰা সুখ ৰহিলাই অনুভৱ কৰে।

দিন যদি এনেকৈয়ে অতিবাহিত হ'লহেঁতেন! মালতীৰ মৰমত আত্মবিস্মৃত হৈ থাকোঁতেই এদিন ৰহিলালৈ আহিল মহাকালৰ আহ্বান। ৰহিলা ৰোগ-যন্ত্ৰণাত শোৱা-পাটিত পৰি কেকাই থাকোঁতে দেবেনে বহুত প্ৰতিপাল কৰিলে, বহুত ধন ভাঙিলে, কিন্তু মৰণ-পথৰ যাত্ৰীক আৰু ওভোতাই আনিব পৰা নগ'ল। সংসাৰৰ মায়া-মোহ এৰি ৰহিলাৰ আত্মা কোনোবা অজান পুৰীলৈ উৰি গ'ল।

ধনশিৰিৰ পাৰৰ মাটি, ওপৰৰ আকাশ, পানী, অগ্নি, বায়ুৰে যি দেহ গঠিত হৈছিল সেই দেহ পুনৰ ধনশিৰিৰ পাৰত নিশ্চিহ্ন হৈ গ'ল। চিতাৰ ধোঁৱাঁবোৰো ক্ৰমে ক্ৰমে আকাশত বিলীন হৈ গ'ল।

ৰহিলাৰ মৃত্যুত দেবেন অসহায় হৈ পৰিল, জেতুকী বঞ্চিত হ'ল এগৰাকী মাতৃৰ মৰমৰ পৰা—আৰু মালতী! তাইয়েই কান্দিলে সকলোতকৈ বেঁচি।

এই ঘটনাৰ পাছতে দেবেনে জীয়েকক পাঠশালা স্কুলটোত নাম লিখি দিয়ে। মালতীৰ বাহিৰেও আৰু দুই চাৰিজনী ছোৱালী স্কুলটোত আছিল। এই ছোৱালীবোৰকো আনি ভৰ্ত্তি কৰিছেহি আঘোনাই।



তাহানি চহৰত থকা কাল ডোখৰত আঘোনাই দেখিছিল চহৰৰ ছোৱালী-বোৰেও লৰাৰ লগত সমানে ফেৰ মাৰি স্কুললৈ অহা যোৱা কৰা দৃশ্য। আঘোনাই বুজিছিল এইটো প্ৰগতিৰ যুগ। ছোৱালীবোৰে আখৰ চিনিব নোৱাৰাটো লাজৰ কথা। চহৰত থকা দিন কেইটাত আঘোনাই প্ৰেছত আখৰ বাছি থাকোঁতে বহুত কথাই ভাবিছিল—তাৰ অভিজ্ঞতাত সেই কণ সময়ৰ ভিতৰত লাভ হ'ল যথেষ্ট। তাতে দেবেনৰ দৰে দেশপ্ৰেমিক যেতিয়া তাৰ গাৰ'ত আছে, ভয় কিহৰ?

মাক পথাৰত থাকোঁতে তাই স্কুলত পঢ়ে। ন-দহ বছৰীয়া হলেও গাৱ'ত সেইজনী কামৰ ছোৱালী। তেতিয়াৰ পৰাই তাই ধনশিৰিলৈ গৈ দোকমোকালিতে পানী আনিছে, বাহী-বন কৰিছে, বন্ধা-বঢ়া কৰিছে। তাৰ মাজতে যি কণ সময় পায় তাই গৈ স্কুলত বহেগৈ। স্কুল ছুটীৰ পাছত হয় তাই যাব লাগিব পানী আনিবলৈ, নহয় খালৈ লৈ মাছ মাৰিবলৈ। দিনৰ দিনটো পথাৰত কাম কৰি মাকজনী লবেজান হৈ পৰে—দেউতাকৰ কিবা স্কুলটোৱেই নে অকল? পথাৰত দেউতাক নহলে হাল বাওঁতা মানুহ নাই। তাৰোপৰি পঞ্চায়তৰ মেলত নবহিলেও নহয়, আৰু গঞা বাইজে বুদ্ধি ভাবসা বিচাৰি আহে দেবেন মাষ্টৰৰ ওচৰলৈকে। অকণমান হাত দুখনিৰে তাই বলে নোৱাৰা কামবোৰ কৰি যায়, অকণমান মূৰটোৰে তাই ভাবিব নলগা কথাবোৰ ভাবি যায়।

নৈৰ পাৰলৈ গ'লে তাইৰ কণৰু ফুল চিঙাত বৰ চখ। স্কুলৰ পৰা গৈ ঘৰত ফালি-পুথি থৈ তাই পানীৰ কলহটো লৈ পোনে পোনে কণৰু ফুল কিজোপাৰ ওচৰ পায়গৈ, ফুল চিঙি মালা গুঠি কেতিয়াবা নিজে পিন্ধে, কেতিয়াবা ঘৰলৈ লৈ আনে আৰু কেতিয়াবা গছ জোপাতে আঁৰি থৈ গুচি যায়।

ইয়াতেই তাইৰ চিনাকি হৈ যায় অচিনাকি নিৰ্ম্মলৰ লগত। মনেশ্বৰ বায়নৰ একমাত্ৰ লৰা নিৰ্ম্মল। গাৱ'ত সদায় নেথাকে। মালতীয়ে পাঠশালা স্কুলত নাম লগোৱাৰ আগতেই দেবেন মাষ্টৰৰ স্কুলতে প্ৰাইমেৰী পৰীক্ষা দি চহৰলৈ গুচি গৈছে। গাওঁখনৰ প্ৰতি নিৰ্ম্মলৰ বৰ মোহ। দুদিনীয়া বন্ধ হলেও গাৱ'লৈ দৌৰি আহে। বায়ন অৱস্থা-পন্ন লোক। খেতি-বাতি, গৰু-ছাগলীৰ উপৰিও বায়নৰ আছিল এটা

হাতী আৰু হাতীৰ মাহুত জুৰমন। দহে বায়নক মানে। চৰকাৰী বিষয়াও কেতিয়াবা বায়নৰ ঘৰলৈ আহে। একেটা লবা বুলিয়েই নিৰ্ম্মলৰ প্ৰতি ঘৰখনৰ সকলোৰে মৰম। পথাৰত হাল বাবৰ প্ৰয়োজন নাই নিৰ্ম্মলৰ। ম'হ-গৰু চৰাবলৈ গৰখীয়া আছে। পঢ়ি-শুনি পুতেক ডাঙৰ হওক দেউতাকৰ এয়েই ইচ্ছা। তথাপি বন্ধ হলেই নিৰ্ম্মল গাৰ'লৈ আহে, ম'হ গৰু চৰায়, পথাৰত হাল বাই, ধনশিৰিত ডুব দি জাঁইতা খেলে। কেতিয়াবা নিৰ্ম্মলে হাতীটোৰ ওপৰত উঠি গভীৰ কাঠনিলৈ যায়গৈ। দিনৰ দিনটো হাতীটোৰ লগতে থাকি কেতিয়াবা ঘৰ পাওঁতে এন্ধাৰ হয়।

চাওঁতে চাওঁতে মালতীজনী প্ৰাপ্ত-যৌৱনা হৈ পৰে। চালে চকু ঘূৰাব নোৱাৰা হয় নিৰ্ম্মল। সেইবাৰ ফাকুৱাৰ বন্ধত ঘৰলৈ আহি নিৰ্ম্মলে যেতিয়া ম'হটোৰ পিঠিত উঠি ধনশিৰিৰ পাৰে পাৰে আহি আছিল, দেখিলে সেই ঢলপুৰাতেই মালতীজনীয়ে কণৰু ফুল জোপাৰ তলত বহি নিবিষ্ট মনে মালা গুঠিছে। তাৰ কৌতুহল জন্মিল। আজি ফাকুৱাৰ দিনা এইজনীয়ে ক'ত ৰঙ গুৰি খেলিব, তাই আকৌ গাঠিছে মালা!

—"এই, তই কি কৰিছে?" নিৰ্ম্মলে ম'হটোৰ পিঠিত বহি থকাৰ পৰাই সুধিলে।

—"দেখিছাই নহয় কি কৰিছোঁ।"

—"ইমান জোকোৱা মাৰি কথা কৈছ কেলৈ?"

—"তুমিনো পেঘেনিয়াই থাকা কিয়?"

—"মালা গুঠিছ কালৈ?"

—"গোসাঁইলৈ। আজি ফাকুৱা পূজা বুলি মনত নাই হ'বলা।"

নিৰ্ম্মলৰ মূৰত দুষ্ট বুদ্ধি খেলায়।

—"চাওঁ, মালাধাৰ বাঢ়িয়া হৈছে"—বুলি কৈ ম'হটোৰ পিঠিৰ পৰা নামি আহি তাৰ হাতলৈ মালাধাৰ লৈ নিজে ডিঙিত পিন্ধি গুচি যায়। তাই কান্দি কান্দি ঘৰলৈ গুচি আহে। জেতুকীয়ে কন্দাৰ কাৰণ সুধিলে কয়—"পাৰিছিলোঁ"।

দিনবোৰ আগবাঢ়ে। মালতী আৰু নিৰ্ম্মলবো সময়বোৰ মধুৰ



ভাবে পাৰ হৈ যায়। ধনশিৰিৰ কুলু কুলু গীত, বিহঙ্গৰ কলৰৱ—গোহালিৰ বলধ-গাইৰ আত্মীয়তা সূচক হেম্বেৰ্লানিয়ে সিহঁতৰ দিনবোৰ আৰু মধুৰ কৰি তোলে।

বাৰিষাৰ লগে লগে ধনশিৰিত বাগৰে অজস্ৰ ঊৰ্ম্মি—পাৰৰ বালিবোৰ ক্ৰমে ক্ৰমে ধনশিৰিৰ বুকুত লীন হৈ যায়—কেতিয়াবা অশান্ত ধনশিৰিয়ে ৰাইজে তেজ পানী কৰি সৃষ্টি কৰা পথাৰৰ ধানখিনি আনকি গৰু-ছাগলীও সামৰি লয়।

বেমাৰ-এজাৰ, অভাৱ-অনাটনত কিছুদিনলৈ নৈ-পৰীয়া ৰাইজৰ পানীত হাঁহ নচৰা অৱস্থা হয়গৈ। লাহে লাহে পুনৰ ধনশিৰিয়ে শান্ত ৰূপ ধাৰণ কৰে; লগে লগে ৰাইজৰ মুখলৈ পানী আহে। বাহুত বল থাকে মানে ৰাইজৰ ভয় নাই। অসমীয়া মানুহৰ আত্মসন্মান বোধ আছে। পৰৰ দান-ভিক্ষাৰ ওপৰত জীৱন নিৰ্ব্বাহ কৰাতকৈ মৃত্যুকেই হয়তো অসমীয়া ৰাইজে অধিক কামনা কৰে।

শৰৎ হেমন্তকাল আগবাঢ়ি অহাৰ লগে লগে ধনশিৰিৰ পৰিধিও সংকীৰ্ণ হৈ আহে। নৈ খন ইমান ঠেক হৈ পৰে যে এই পাৰৰ পৰা ৰিং মাৰিলে সিপাৰে শুনি।

জাৰকালি বালিৰ বুকুত সোণোৱালী পোহৰত বালিচন্দাৰ তিৰ্বিৰণি, খঞ্জাৰি, কনামুচুৰি, বগলী আদিৰ সমাগম—পথাৰত মাহ-সৰিয়হ পকা ধানৰ নাচোন। একেখন আকাশৰ তলত, একেখন ধনশিৰিৰ পাৰত, একেখন পৃথিবীত মানুহৰ দিনবোৰ বিচিত্ৰতাৰে উপচি পৰে।

মালতীজনী গাভৰু হৈ অহাৰ লগে লগে গম্ভীৰ হৈ পৰিছে। আজি-কালি নিৰ্ম্মলে তাইক খেলিবলৈ লগ ধৰিলেও তাই কিবা এটা অজুহাত দেখুৱাই আঁতৰি যায়। নিৰ্ম্মল সদায় গাৰ'ত নেথাকিলেও স্কুল বন্ধ হলেই ঘৰ পায়হি। ৰূপহীৰ পৰা গোলাঘাট মাত্ৰ কুৰি মাইল দূৰ। তাতে তাৰ মন থাকে ৰূপহীৰ ঘৰখনিত।

মালতীৰ ওচৰত সি আগৰদৰে সহজ নহয়। আগৰদৰে মালতীয়েও নৈৰ বালিত খঞ্জাৰি চৰাই ধৰিবলৈ দৌৰি নুফুৰে। তাইৰ আহৰিও কম। পথাৰ সমাৰৰ পৰা ঘৰুৱা বনলৈকে সকলো কাম সিহঁতে নিজেই কৰিব লাগে। নিৰ্ম্মলহঁতৰ দৰে সিহঁতৰ কাম কৰা মানুহ নাই।

তাৰোপৰি শালত কাপোৰ আছেই। তাই গা লাগি নকৰিলে মাকজনী হায়ৰাণ হৈ পৰে। তাইতো এতিয়া কেঁচুৱা নহয়। ডাঙৰ হৈছে। মাকক সহায় তাই নকৰিলে কোনে কৰিব? আজি-কালি নিৰ্ম্মলৰ লগত তাইৰ দেখা-শুনাও কমেই হয়। কেতিয়াবা তাইৰ মনটো সেমেকি যায়। মাকক ফাঁকি দিবলৈ তাইৰ মনে নকয়। বাটে-পথে কেতিয়াবা নিৰ্ম্মলক লগ পালেও তাইৰ কিবা লাজ লাগি যায়। আজি-কালি নিৰ্ম্মলো বেচ গহীন হল। হয়তো ধনী মানুহৰ লৰা বাবেই এনে হৈছে। তাইৰ অকণমান মনটোৱে ভাবে।

পানী আনিবলৈ যাওঁতে নিৰ্ম্মলৰ ভনীয়েক চেনীমলাৰ পৰা গম পালে মালতীয়ে যে নিৰ্ম্মলে প্ৰবেশিকা পাচ কৰিছে আৰু অলপতে গুৱাহাটীলৈ পঢ়িবলৈ যাবগৈ।

খবৰটো পাই মালতীৰ ভাল লাগিল যে নিৰ্ম্মলে পৰীক্ষা পাচ কৰিলে। কিন্তু গুৱাহাটীলৈ গুচি যাব বুলি শুনি মনটো কিবা লাগিল। তাই নিৰ্ম্মলক যোৱাৰ আগতে নিশ্চয় এবাৰ লগ পাব।

নিৰ্ম্মলেও তাইক নিবলে এবাৰ লগ পাবলৈ সুবিধা বিচাৰি ফুৰিছিল। সি গুৱাহাটীলৈ গলে আগৰ দৰে আহোঁ বুলিলেই গাৱঁলৈ অহা টান হ'ব।

আকৌ সেই ধনশিৰিৰ পাৰ!—সেইদিনা তাই কোনো নৌ উঠোঁতেই ঘাটলৈ আহিছিল—আশা কিজানি নিৰ্ম্মলক লগ পায়েই। তাইৰ চকুত আছে অযুত স্বপ্ন, বুকুত আছে ভাষা—মনত আছে কথা।

তাই নৈলৈ নামি কলহটোত পানী ভৰাই থাকোঁতেই পানী ভৰোৱা শব্দ শুনি নিৰ্ম্মলে দেখে—সেইজনী মালতী। সি ওচৰ চাপি আহে—

তাইৰ শৰীৰেদি বিদ্যুৎ শিহৰণ বাগৰি যায়—তাইৰ সকলো ভাষা হেৰাই যায়—সোঁ ভৰিৰ বুঢ়া আঙুলিটোৰে মাটি খানি এবাৰ বৰ ভয়ে ভয়ে কলে—"তুমি যাবাগৈ হেনো?"

—"ক'লৈ যোৱাৰ কথা কৈছ তই?"

নিৰ্ম্মলে নুবুজা যেন ভাও ধৰা দেখি তাইৰ খং উঠিল—ক'লে—"এতিয়া নুবুজাই হ'লা—মনে মনে সকলো ঠিক কৰি থৈছা বুলি মই নাজানো হ'বলা?"



—"কি বুজা নুবুজাৰ কথা তই কৈছ হোঁ? ভাঙি নকৰ কিয়?"

—"নকওঁ, যোৱা,—ইমান ভেকাহি মাৰি কথাবোৰচোন নকলেও হয়।"

তাই ভোৰভোৰায় উচাট মাৰি যাব খোজোঁতেই নিৰ্ম্মলে তাইৰ হাতখনত ধৰি উঠি আহিল নৈৰ গড়াইদি নলখাগৰীৰে আৱৰি থকা ঠাইডোখৰলৈ। আহিয়েই চাৰিওফালে এবাৰ চাই নিৰ্ম্মলে তাইক বৰ মৰম লগাকৈ সুধিলে—

—"খং নকৰিবিচোন মালতী। তই আচল কথাটো ভাঙি ক'ব পৰা নাই। মই সম্প্ৰতি গুৱাহাটীৰ কলেজত পঢ়িবলৈ যাম, বুজিছ। আজি-কালি নপঢ়িলে ডাঙৰ মানুহ হ'ব নোৱাৰি।"

—"যোৱা, যোৱা। এনে ডাঙৰ মানুহ হ'বলৈ আহিছে—এতিয়া নো কি সৰু মানুহটো হ'লা! তোমালোকৰ লেখীয়া হাতীয়েই বা আমাৰ গাৱঁত হে নেলাগে চুবুৰীয়া গাৱঁত আছেনে—ভু পোৱা জানো? আৰু তুমি ইমানবোৰ পঢ়িও আকৌ পঢ়িবলৈ যোৱা! এইবোৰ গছত গৰু উঠা কথা যেন হে পাওঁ!"

নিৰ্ম্মলে দেখিলে মালতীজনী একেবাৰে আজলী হৈ আছে। তাই বহুত কথাই নাজানে। সি ক'লে—

—"মালতী, তই বুজা নাই। মই এতিয়া যিটো পৰীক্ষাত পাছ কৰিলোঁ দৰাচলতে ই আজিৰ যুগত একোৱেই নহয়, বুজিছ। আমি পঢ়িশুনি আহিলে গাওঁবোৰৰ উন্নতি হ'ব। চাচোন আমাৰ গাওঁবোৰত আছে কিটো? শিক্ষিত মানুহ গাৱঁত থাকিলে চৰকাৰক কথাবোৰ ভালকৈ বুজাবও পাৰিব। আমাৰ গাৱঁতে ইঘৰে সিঘৰে এজোপা গছ, এডোখৰ মাটি, এজনী ছোৱালীৰ বাবে কাঁজিয়া লাগি চহৰত মোকৰ্দ্দমা নিদিয়েগৈ জানো? আৰু এই মোকৰ্দ্দমাবোৰ উকীলৰ জৰিয়তেহে হয়। উকীলে জানো এই কাম এনেই কৰে বুলি ভাবিছ—এই উকীলকে ধন দিবলৈ যাওঁতে আমাৰ বাপতি সাহোন মাটি টুকুৰাও মহাজনে কেতিয়াবা গ্ৰাস কৰে। আমি সৰ্ব্বস্বান্ত হৈ যাওঁ। এই মহাজনবোৰে আমাৰ জ্ঞানৰ দোৰ বুজিব পাৰিয়েই আমাক ঠগি খাইছে।"

মালতীৰ চকুকিটা বিস্ময়ত ডাঙৰ হৈ যায়। নিৰ্ম্মল ককাইটিয়ে তেন্তে বহুত কথা জানে—তাই মনে মনে ভাবে।

—"তেন্তে তুমি যাবাগৈ।"

—"ওঁ, যামতোন। তই নো নপঢ় কেলৈ? তোৰ পিতায়েৰ গুণী মানুহ। তই মাইনৰ পাচ কৰি কৰবাত পঢ়োগৈ বুলিলে পিতায়েৰে তোক নপঠিওৱাকৈ থাকিবনে?"

—"হৈছে, হৈছে—তুমিয়েই ডাঙৰ মানুহ হোৱা, আমাক উপদেশ দিব নেলাগে।"

—"আও, তোৰ চোন মুখত আখৈ ফুটিছে। মই ভাবিছিলোঁ তই কথা কব নেজান। মই সঁচাকৈয়ে কৈছোঁ মালতী, তইও ভালকৈ পঢ়া শুনা কৰিব লাগিব।"

এনেতে সিহঁতে সেইফালে কোনোবা অহাৰ গম পাই সতৰ্ক হ'ল। নিৰ্ম্মলে দেখিলে সিহঁতৰ হাতী ভৰতক লৈ জুৰমন গৈছে ধনশিৰিৰ ঘাটৰ মুখে।

পুৱাৰ ৰাঙলী কিৰণেৰে সৈতে ধনশিৰিৰ সৰু সৰু ঢৌবোৰে উমলিছে। পাৰৰ গছ-বিৰিখত ৰাঙলী বোল লাগি এই মাত্ৰ যেন প্ৰকৃতিয়ে সাৰ পাই উঠিছে। আন্ধাৰ পোহৰৰ সমাবেশত পৃথিৱীখন খন্তেক পৰৰ বাবে নিৰ্ম্মলৰ চকুত হৈ পৰে অনন্যা। পুৱাতেই উঠি বাট বোলা জুৰমনে ভৰতৰ পিঠিত উঠি গাই যোৱা—হুচৰিৰ কেইফাঁকি পদ সিহঁতৰ কাণত পৰেহি—

"বাহঁৰে আগতে কপৌ চৰাই হালি
ধেনু নেমাৰিবি টানি
অজাতিৰ ছোৱালীত চকু ঐ নিদিবা
দেহা নকৰিবা পানী।"

অজান আশঙ্কাত নিৰ্ম্মল আৰু মালতীৰ বুকু কঁপি উঠিল। মনটো দুয়োৰে গধুৰ হৈ পৰিল। এই ধুনীয়া ৰাতিপুৱাটোত এই মৰাটোৱে এই সোপা গাবলৈ কিহে পালে—নিৰ্ম্মলে ভাবে।

এৰা, বেলি ভালেখিনি হ'ল। তন্ময়তা সিহঁতৰ আঁতৰি যায়। যাবলৈ উঠি দুয়ো দেখে—আকাশত দুই এচপৰা ক'লা মেঘ। সূৰ্য্যটো এই ক'লা ডাৱৰ চপৰাৰ মাজত হেৰাই যাব খোজা দেখি সিহঁতৰ মনবোৰ বিষণ্ন হৈ পৰে।



—"তুমি যোৱাগৈ দেই ককাইটি"—মালতীয়ে কয়।

—"তই একা?"

—"মই পানীখিনি ভৰাই লৈয়েই গৈছোঁ।"

বহু পৰ ইটোৱে সিটোৰ মুখলৈ চাই পাচত দুয়োটা দুওফালে গুচি গ'ল। মালতীয়ে ওৰে বাট চিন্তা কৰি গ'ল কেবল নিৰ্ম্মলে কোৱা কথা বোৰকেই।

এবাৰ তাই কথাটো দেউতাকক কৈ চাব—কিজানি পিতাক সন্মত হয়েই। নিৰ্ম্মল ককাইটিৰ কথা মিছা নহয়। অৱশ্যে তাইৰ মাইনৰ পাছ কৰিবলৈও দেৰী আছে।

মালতী একেটি সন্তান বাবেই বাপেক-মাকৰ বৰ মৰমৰ। কিন্তু কোনেও তাইক লাই নিদিয়ে।

কথাটো সুবিধা বুজি ক'ব লাগিব—

তাই পানীৰ কলহটো থৈ গোহালি পালেগৈ। ইতিমধ্যেই দমৰা চেউৰীবোৰ কলিমনে নিলেহি। দেউতাক হালৰ গৰু লৈ পথাৰলৈ গলেই। তাই আহি বান্ধি থোৱা খিৰতী জনীৰ গাত হাত ফুৰাই মৰম কৰি কৰিয়াটো লৈ গাখীৰ খীৰাবলৈ বহিল।

তাই এতিয়া কেচুৱা হৈ থকা নাই। যথেষ্ট ডাঙৰ হৈছে। বুজাই ক'লে দেউতাকে তাইক পঢ়িবলৈ পঠিয়াবই। নিৰ্ম্মল ককাইটিয়ে বহুত কথা শিকি পেলাইছে। তাইয়ো শিকিব লাগিব।

মাকো পথাৰলৈ যাবলৈ ওলালেই। তাই এথোন গাটোকে ধুবলৈ আজৰি পোৱা নাই। যোৱা কালিয়েই দেউতাকে তাইক কৈছিল—ভাতকিটা সোনকালে বান্ধি দিবলৈ। আজি আৰু স্কুললৈ যাবলৈ দেউতাকৰ সময় নহ'বগৈ। দেউতাক চহৰলৈ যোৱাৰ কথা। কিবা বোলে ধনশিৰিৰ ওপৰত সাকোঁ দিব—দেউতাকে কৈছিল। গাৰঁতো তাই কোৱা-মেলা কৰা শুনিছে। ধনশিৰিৰ ওপৰত সাকোঁ হ'লে পানীবাটে আৰু অহা-যোৱা কৰিবৰ প্ৰয়োজন নহ'ব। দেউতাকক চৰকাৰে হেনো মাতিছে—এইবোৰকে আলোচিবলৈ। এৰা, তাইৰ দেউতাকক বাইজে মান কৰে। আৰু নিৰ্ম্মলৰ দেউতাক?

নিৰ্ম্মলৰ দেউতাক হাতদীঘল মানুহ। চৰকাৰে ধনী মানুহক মান

কৰিব জানে—কিন্তু তাইৰ দেউতাকৰ ধন নাই—মাইনৰ স্কুল এখনৰ পণ্ডিত—আৰু কেইপুৰামান মাটি ইমানেই। তথাপিও......পদুলিত দেউতাকে কহা যেন শুনি তাই লৰালৰিকৈ গাখীৰৰ কাঁৰিয়াটো বান্ধনী-ঘৰৰ মজিয়াত থৈ গা ধুবলৈ বুলি বাৰীৰ পাচফালে আহিল।

তাইৰ লাজ লাগি যায়। দেউতাকে পথাৰত মাটি চহাই ঘৰ পালেহি, তাই গাটোকে তিওৱা নাই—বয়স হ'লে ছোৱালীবোৰ এলেহুৱা হয় নেকি?

তাই লৰালৰিকৈ দেউতাকে গাটো ধোৱে মানে ভাতৰ চৰু জুই দিলেগৈ।

দেউতাকক খুৱাই বুৱাই তাই আজৰি হৈ দেউতাক যোৱাৰ পাছত পঢ়িবলৈ বহিল।

অকল পঢ়িলেই নচলিব। মাক জেতুকীক পথাৰখনেই খালে। দিনে দিনে ধুনীয়া মানুহজনী তাইৰ চকুৰ আগতে শুকাই খীণাই গৈছে।

ৰ'দ, বৰষুণ, ঠাণ্ডা, গৰম ভাবিবলৈ মাকৰ সময় নাই। ঘৰখনত খাওঁতা মানুহ বেচি নাই—তথাপি মাকজনীয়ে খাটে—বোধকৰো অভ্যাস।

চাওঁতে চাওঁতে বেলি লহিয়ালে। মাক পথাৰৰ পৰা আহিয়েই বাচ বিচাৰি চেনীমলাহ'তৰ তালৈকে গৈছে। দেউতাকো চহৰৰ পৰা উভতি সোনকালেই পাবহি। ৰাতি পুৱাই সদাই নিকাই এমুঠি খাই ওলাই যোৱা দেউতাকক লগ পাবলৈ মালতী ব্যগ্ৰ হৈ থাকে।

দেউতাকলৈ বুলি তাই সিপাৰৰ নেপালী গাৰ'ৰ শ্যামলালে দি পঠিওৱা বকনা ম'হৰ থ'মা দৈ, গুড় আৰু সান্দহৰে এবাটি জলপান যতনাই থৈ বাহিৰ ভিতৰ কৰি থাকোঁতেই দেউতাক অহাৰ গম পাই তাই পদুলি পালেগৈ। তেতিয়া প্ৰায় এন্ধাৰ হৈ আহিছে। দেউতাকৰ হাতৰ পৰা ছাটি আৰু টোপোলাটো তাই নিজৰ হাতত ল'লে। দিনৰ দিনটো জিৰণি নোহোৱাকৈ ঘূৰি ফুৰাৰ কাৰণে দেবেন ক্লান্ত হৈ পৰিছিল ঃ

দেউতাকক মুখহাত ধুবলৈ পানী দি সুধিলে—"পিতাই, তইচোন বৰ দেৰী কৰিলি? মোৰ চিন্তাই লাগিছিল।" জীয়েকৰ মৰম লগা



কথা শুনি দেউতাক দেবেনৰ মনটো জুৰ পৰি যায়। এই কণ চেনেহৰ বাবেইতো মানুহে সাজে ঘৰ। ঘৰ অৰ্থাৎ শান্তিৰ নীড়।

দেউতাক মনে মনে থকা দেখি তাই আকৌ সুধিলে, "পিতাই, মনে মনে থাকিলিচোন!"

দেউতাকৰ চিন্তাত বাধা পৰে—"এৰা আই—বহুত কাম। ধনশিৰিৰ ওপৰত চৰকাৰে সাকোঁ বহুৱাব খুজিছে। সাকোঁ হ'লে আমাৰ এই পৰীয়া বাইজৰ বৰ সুবিধা হ'ব।"

তাইৰ মনটো ভাল লাগি যায়। গাওঁখনৰ উন্নতি কোনে নিবিচাৰে। ধনশিৰিত সাকোঁ হ'লে ইঞ্জিন লগা নাৱেৰে সিপাৰলৈ যাবৰ আৰু প্ৰয়োজন নহ'ব। নাওখনৰ ইঞ্জিনটো মালতীৰ বহুত দিনৰ চিনাকি। শব্দটোৱে আজি কালি আমনি নলগায়। দেহি ধনীৰামটোহে মৰিব। তাইৰ মনত পৰাৰ দিনৰে পৰা ধনীৰামেই নাওখন চলাইছে। কেতিয়াবা তাৰ গা-মূৰ বেয়া হ'লে খুলশালীয়েক বেজীয়াই সহায় কৰাও তাই দেখিছে—এই এবাহ' লৰা-ছোৱালীৰে সৈতে মানুহটোৰ দুখ চাগে কুলাই পাচিয়ে নধৰা হ'ব। ধনীৰামৰ প্ৰতি সহানুভূতিৰে মনটো তাইৰ উপচি পৰে।

দেউতাকৰ খোৱা হ'লত তাই দেউতাকেই চহৰৰ পৰা অনা কলীয়া-জৰা মাছটো বাছিবলৈ বুলি বঠিখন পাতি লয়।

নিৰ্ম্মলৰো মনটো কিবা ভাল লগা নাই। শেতেলিত পৰি খোলা খিড়িকী খনেদি তৰাবছা নীলা আকাশ খনলৈ চাই বহুত কথাই সি ভাবি যায়।

তাৰ এইখন মৰমৰ ৰূপহী গাওঁ। সোঁখন ধনশিৰি। এই ধনশিৰিৰ বতাহেৰে সিহ'তৰ জীৱন গঠিত, ধনশিৰিৰ মাটিৰে সিহ'ত প্ৰতিপালিত। পথাৰৰ পাছত পথাৰ—উন্মুক্ত পথাৰ। কোনোবা খিনিত সৰিয়হ, কোনোবা খিনিত বহৰ মাহ, কোনোবা খিনিত আলু আকৌ কোনোবা খিনিত সোণোৱালী ধাননিৰ নাচোন। মাজে মাজে খাল—মাজে মাজে বিল, মাজে মাজে দোং। কেতিয়াবা গোটেই দিনটো কনামুচুৰি, বগলিয়ে মাছৰ বাবে খাপলৈ ইয়াতে পাৰ কৰি দিয়ে। এই নৈপৰীয়া পথাৰ বোৰতে সি মনৰ উলাহেৰে ম'হৰ পিঠিত উঠি ম'হ চৰাইছিল—ম'হৰ শিঙৰ পেঁপা

বজাই মতলীয়া হৈছিল। আহঁত বকুল কিজোপাৰ তলত সি বহুত দিন পেঁপা বজাইছিল। সি পেঁপা বজালে মালতী-বকুলীহঁতে পখিলা উৰাদি নাচে। বিহুৰ দিনা নিচেই পুৱাতে উঠি বাৰীৰ পাঁচফালে থকা পুখুৰীত গাটো ধুই মাক দেউতাক আৰু অন্যান্য গুৰুজনক সেৱা কৰি বিহু তলিলৈ লৰি গৈ মনৰ উলাহেৰে বিহু নচাৰ দৃশ্যটো নিৰ্মলৰ স্মৃতিপটত চিৰদিন জিলিকি থাকিব। ঢোলৰ ধ্বনিকি ধিন্দাও, পেঁপাৰ টিঁহিতি, আৰু সুমলা, বকুলীহঁতে ককাল ভাঙি নচাৰ মধুৰ দৃশ্য সি জীৱনত কেতিয়াও পাহৰিব নোৱাৰিব। সি গুৱাহাটী চহৰত পঢ়িবলৈ যাব সঁচা। কিন্তু চহৰৰ সভ্যতাই তাৰ এই মধুৰ স্মৃতিবোৰ জানোছা ধ্বংস কৰি দিয়ে! তাৰ ভয় লাগে। এতিয়াও সি অৱশ্যে চহৰতে থাকি পৰীক্ষাত পাচ কৰি আহিল। কিন্তু গোলাঘাটৰ পৰা ৰূপহী মাত্ৰ কুৰি মাইলৰ ব্যৱধান। সি প্ৰায় সপ্তাহত এবাৰকৈ ঘৰলৈ আহিছিল। কিন্তু গুৱাহাটীৰ পৰা সিটো তেনেকৈ সদায় আহিব নোৱাৰিব!

এবা, নদাইটোৱে বিহুতলিত সঁচা কথাকে গাইছিল—

বৰনৈৰ সিপাৰে কহুৱা ফুলিলে
দেখিলে হবি যায় ভোক
তোমাৰে ঐ চেনেহে হিয়া মোৰ দাহিলে
বলীয়া কৰিলে মোক।

বৰ মৰমৰ তাৰ ৰূপহী গাওঁ। এইবোৰ এৰি সি বহুত দিনলৈ যাবগৈ লাগিব—তাৰ মনটো সেমেকি যায়।

তাক পঢ়াবৰ মন দেউতাকৰ আছে, তথাপি তাৰ দেউতাকক উদ্‌গনি দিছে দেবেন মাষ্টৰে। সি হেনো পঢ়াশুনাত ভাল। পঢ়াশুনা কৰিব পাৰিলে সি গাওঁখনৰেই ডাঙৰ মানুহ হ'ব বোলে। এবা, দুই এটা লিখা পঢ়া জনা লৰা গাৱঁত প্ৰয়োজনো হৈ পৰিছে। তাৰ কান-সমনীয়া লৰা মলখুটোলৈ মনত পৰি বেয়া লাগি যায়। একালত গাওঁখনত সিয়েই জানো চকুত লগা লৰা নাছিল। মলখুৰ দেউতাক গোলাপে ডম্বৰু শইকীয়াৰ বিৰুদ্ধে মকৰ্দ্দমা দাখিল কৰিছিল। ডম্বৰু আছিল এজন ঠিকাদাৰ। ডম্বৰুৱে গোলাপৰ জীয়েক আৰু মলখুৰ



ভনীয়েক ভাদৈক চহৰলৈ অষ্টমীৰ মেলা দেখুৱাবলৈ নি চহৰৰ কোনোবা এজন এম. এল. এক ভেটিছিলগৈ। ডম্বৰু ৰূপহী গাৱঁৰ মানুহ নহলেও ৰূপহীলৈ নিজৰ কামৰ খাতিৰতে অহা যোৱা কৰিব লাগিছিল। গাৱঁৰ ৰাইজেও ডম্বৰুক মৰম কৰিছিল। সদায় দেখি দেখি গোলাপহঁতৰো ডম্বৰু নিচেই আপোন যেন হৈ পৰিছিল। আৰু ককাই-ভনীৰ দৰেই ডম্বৰু আৰু ভাদৈ হৈ পৰিছিল।

কিন্তু এদিন এই বিশ্বাসত বিষে দংশন কৰিলে। মেলা দেখুৱাবলৈ নি ডম্বৰুৱে ভাদৈক নি দেশপ্ৰেমিকজনক ভেটি নিজৰ ভৱিষ্যতৰ অৰ্থোপাৰ্জ্জনৰ পথ মুকলি কৰি ললে। মাথোন তেতিয়াও কিন্তু আকাশত জোন-বেলি-তৰা ওলাই আছিল। ধনশিৰিয়ে গতি কৰি আছিল। আৰু পৃথিবীৰ বুকুত দিনবোৰে সপোন দেখিছিল।

অষ্টমীৰ মেলাৰ পৰা উভতি অহাৰ প্ৰায় দহমাহ মানৰ পাছত ভাদৈয়ে লৰা এটা পাইছিল—হেজাৰ হওক মলখুৰ নিজৰ ভনীয়েক, গোলাপৰ তেজমঙহৰ জীয়েক ক'ত পেলাই দিব? সাত্বিক সমাজে গোলাপৰ পৰিয়ালক এঘৰীয়া কৰিলে। সিহঁতৰ পথাৰত ধান দাৱলৈ কোনো নহা হ'ল। জাকৈয়া ছোৱালীহঁতে ভাদৈক দেখিলে অৱজ্ঞা কৰি আতৰি যোৱা হ'ল। বেমাৰ এজাৰত বলেন বেজেও দৰৱ জাতি দিবলৈ ঘিণ কৰা হ'ল।

ইপিনে ধনশিৰিৰ সিপাৰে 'বাখৰু' গাৱঁত ডম্বৰু শইকীয়াৰ গৃহ ৰজন-জন। অহা আহিছে যোৱা গৈছে।

ভাদৈৰ কেচুৱাটোৰ সৈতে মলখু আৰু গোলাপৰ অৱস্থা পানীত হাঁহ নচৰা। দেউতাকৰ দুখ দুৰ্গতি দেখি ভাদৈৰ কলিজা কঁপিল। তাইৰ কাৰণেই শেহত বুঢ়া দেউতাকটোৰ, ভৱিষ্যত থকা ডেকা ককায়েক মলখুৰ আলাই আথানি হ'ল। এনিশা তাই গোলাপৰ ঘৰৰ পৰা ওলাল। নিজৰ মৰমৰ গাওঁখনি, মৰমৰ মানুহবোৰ এৰি তাই ধনশিৰিৰ বুকুত জাপ দিলে। জীৱনৰ সংঘাতবোৰত ক্ৰমে ক্ৰমে দুৰ্বল হৈয়েই ভাদৈয়ে শেহত আশ্ৰয় ললেগৈ ধনশিৰিৰ গৰ্ভত।

গোলাপৰ চকু-লোৰ ধাৰ নুশুকুৱা হ'ল। ভাদৈৰ কেচুৱাটোকেই বা কোনে প্ৰতিপাল কৰিব?

বুকুত সাহস বান্ধি এদিন কেচুৱাটোক লৈ গোলাপ আহিল ডম্বৰু শইকীয়াৰ ঘৰলৈ।

ডম্বৰু শইকীয়াক গোলাপে সকলো কথা স্পষ্টভাবে কৈ কেচুৱাটোক যাৰ কেচুৱা তাৰ ওচৰত গতাবলৈ ক'লে।

কিন্তু মানুহৰ বাবে মানুহে অকণিও নেভাবে—যদি ভাবিলেহেঁতেন ......ডম্বৰু শইকীয়াই গোলাপক অপমান কৰি খেদি পঠিয়ালে।

গোলাপৰ চকু দুটা ক্ষুধাৰ্ত্ত বাঘৰ দৰে জ্বলিছিল—সেইদিনা। তাৰ পাছত উভতি আহি নিৰ্ম্মলৰ দেউতাকৰ আগত গোলাপে ভাদৈৰ কেলেঙ্কাৰীৰ বিষয়ে সকলো আলোচনা কৰি পৰামৰ্শ বিচাৰিলে।

নিৰ্ম্মলৰ দেউতাকে গোলাপক উকীলৰ সহায় লবলৈ চহৰৰ জীৱন চৌধাৰীৰ ওচৰলৈ পঠিয়ালে। কিন্তু এই খিনিতেই গোলাপে মস্ত ভুল কৰি পেলালে। সি বাওণা হৈ জোন-বাইলৈ হাত মেলে। জীৱন চৌধাৰীৰ জৰীয়তে গোলাঘাটৰ কাছাৰীত গোলাপে ডম্বৰু শইকীয়াৰ ওপৰত ছোৱালী অপহৰণৰ বাবে মোকদ্দমা দাখিল কৰিলে। গোলাপৰ সাহস দেখি বুপহী গাৱঁৰ বাইজে বিস্ময় মানিলে। মোকদ্দমা কৰোঁতে কৰোঁতে গোলাপে মাটি-বাৰী, গৰু-গাই সকলো এটা এটকৈ বেচিব লগা হ'ল। মোকদ্দমা চলি থাকিল—খোৱা-থকাৰ চিন্তাত গোলাপ জুৰুলা হ'ল—তাতে ভাদৈৰ কেচুৱাটোও ঢুকাল। কিন্তু ভয়ংকৰ অভিমানী গোলাপে নিজৰ জেদ নেৰিলে—সি আমৰণ চলাব মোকদ্দমা।

মন ভাঙিল—শৰীৰ ভাঙিল গোলাপৰ। দিনে দিনে গোলাপৰ অৱস্থা বেয়াৰ ফাললৈ গতি কৰিলে। মলখুৱে বলেন বেজৰ ভৰিত পৰিও একণ দেৱাই পানীৰ ব্যৱস্থা কৰিব নোৱাৰিলে।

গোলাপৰ আত্মা এদিন তাৰ নশ্বৰ দেহৰ পৰা ওলাই কোনোবা অজান দেশলৈ গুচি গ'ল। একমাত্ৰ পুতেক মলখুৰ বাহিৰে সেইনিশা গোলাপৰ ওচৰত কোনোৱেই নাছিল। বাহিৰত মহা-নিশা—বাৰিষাৰ বৰষুণ প্ৰৱলভাবে পৃথিবীলৈ নামিছে। কোনোবা এঠাইত শিয়ালৰ চিঞৰ।—এনেকুৱা ভয়ংকৰ মুহূৰ্ত্তত সন্মুখত বাপেকৰ মৃতদেহটো লৈ অসহায় হৈ বহি আছে—ভীত ত্ৰস্ত মলখু।

পাছদিনা পুহৰি পুহৰি হওঁতেই সি বাপেকৰ দেহটো সৎকাৰৰ



অৰ্থে গাঁৱাবাইজৰ কাষ চাপিল। কিন্তু গোলাপৰ দেহ সৎকাৰ কৰিবলৈ কোনো আগবাঢ়ি নাহিল। সি নিঃসহায় হৈ দেবেনমাষ্টৰৰ কাষ চাপিল। দেবেনমাষ্টৰক সহায় কৰিবলৈ আগবাঢ়ি আহিল আঘোনা আৰু দুই এজন দেবেনমাষ্টৰৰ প্ৰাক্তন ছাত্ৰ।

ইয়াৰ বাবে সমাজে দেবেনমাষ্টৰহঁতক এঘৰীয়া কৰিব বুলি ভয় দেখুৱালে। কিন্তু দেবেনমাষ্টৰে নিজৰ সৰবৰহী গুণেৰে যেতিয়া বাইজক বুজালে যে শ-টো গেলি পচি গ'লে গোটেই গাৱঁৰ মৰণ হ'ব—অকল মলখুৰে বিপদ নহয়—ডম্বৰু শইকীয়াই কৰা পাপৰ বাবে গোটেই গাৱঁেই তেতিয়া প্ৰায়শ্চিত্ত কৰিব লাগিব। তেতিয়া অৱশ্যে কোনেও দেখা-দেখিকৈ বাধা দিবলৈ আগবাঢ়ি নাহিল—তথাপি শ-টো দাহ কৰিবলৈ ৰাইজে উৎসাহ নেদেখুৱালে। দেবেনমাষ্টৰৰ সহযোগত গোলাপৰ দেহ দাহ কৰা হৈ গ'ল। সেইদিনাৰ পৰাই নিৰ্ম্মলৰ দেউতাক মনেশ্বৰ বায়নৰ ভিতৰি ভিতৰি দেবেনমাষ্টৰৰ ওপৰত ক্ৰোধ।

আৰু মলখু?

দেউতাকে লগাই থৈ যোৱা ধাৰৰ বাবে সি জীৱন উকীলৰ ঘৰত আজিও গোলামী খাটিছে। সি হয়তো তাত গোলামী কৰি কৰি পাহৰি যাব তাৰ শস্যশ্যামলা চেনেহৰ গাওঁখনিৰ কথা, বনৰ চৰাইৰ দৰে মুক্ত জীৱনৰ কথা, স্বাধীন জীৱনৰ কথা। ধনশিৰিৰ বুকুত ক্ৰমে ক্ৰমে নেদেখা হোৱা কহুৱা ফুলেৰে উপচি থকা বালিচাপৰিটোৰ দৰে তাৰ অন্তৰৰ অটল দ'ত হেৰাই যাব—তাৰ সোণালী অতীত। মলখুটোৱে লিখা পঢ়া জনাহেঁতেন সি এইদৰে মাটি-বাৰী হেৰুৱাবও নেলাগিলহেঁতেন আৰু এইদৰে পৈতৃক ধাৰ শোধ কৰিবলৈ গোটেই জীৱনটো জীৱন উকীলৰ ঘৰত গোলামীও খাটিব নেলাগিলেহেঁতেন!

বহুত চিন্তাই নিৰ্ম্মলৰ মনটো তোলপাৰ লগায়। শিক্ষা অৰ্জ্জন কৰাৰ প্ৰয়োজনীয়তা সি উপলব্ধি কৰে। মলখুৰ মৰ্ম্মবেদনা হৃদয়-বিদাৰক। মলখুৰ বাবে ভাদৈৰ বাবে তাৰ চকুলো সৰে। এইটোপা চকুলোৰে মলখুহঁতৰ জগতখনত বহুত দাম। তাৰ বয়স বহুত হোৱা নাই। তথাপি ইতিমধ্যে সি বহুত কথাই শিকি পেলাইছে। সি যাবগৈ দুই এদিনতে। বুপহী গাৱঁৰ উদাৰ আকাশখন, বেঙেনাবুলীয়া এজাৰ ফুলেৰে

শোভিত ধনশিৰিৰ পাৰ, দুৰ্বাণৰ অস্তগামী সূৰ্য্যৰ বোল লাগি ৰঙা হোৱা বিৰিণা কিজোপাৰ মনোৰম দৃশ্য সোনকালে দেখা নেপাব। শূন্য-পথেদি উৰি যোৱা বন-বিহঙ্গৰ মধুৰ কাকলি শুনিবলৈ নেপাব। আৰু বহুত দিনলৈ দেখা নেপাব সদায় দেখি থকা সিহঁতৰ বাৰীৰ চাপৰ কাকীনি কিজোপাৰ ওপৰেদি নীলিম আকাশত বিৰিঙি উঠা জোনটো। এই জোনটোকে দেখুৱাই তাহানি তাৰ আইতাক মাকহঁতে তাক ফুচুলায় ভাত খুৱাইছিল। আইতাকে তাক শুৱাবলৈ গাইছিল 'জোনোবাইএ বেজী এটি দিয়া।'......স্নেহময়ী বুঢ়ীমাক তাৰ আজি নাই। ধনশিৰিৰ পাৰত তাৰ বুঢ়ীমাকজনীয়ে এদিন কোনোবা এটা লগ্নত জন্মগ্ৰহণ কৰিছিল—আৰু এদিন কোনোবা এটা মুহূৰ্ত্তত এই ধনশিৰিৰ পাৰতে তাৰ বুঢ়ী-মাকজনীয়ে সংসাৰৰ মৰম নেওচি কোনিবা গুচি গ'ল। সাধাৰণ অনাৰম্বৰ জীৱনৰ সপোন দেখি—এই সপোনবোৰকে ৰূপ দিবলৈ বাস্তৱ জগতত বহুত সংঘাতৰ হয়তো তাৰ বুঢ়ীমাক সন্মুখীন হ'ব লগাত পৰিছিল। এটা পঁজা ঘৰ, দুজনীমান গাই-বলধেৰে সৈতে এটা ক্ষুদ্ৰাকৃতিৰ গোহালি-ঘৰ, কেইটামান হাঁহপাৰৰে সৈতে এটা অকণমান গৰাল, এখন তাঁতশাল, কেইপুৰামান খেতিৰ মাটি, তামোল পাণ, আমকঠালেৰে সৈতে এখন বাৰী, এই সকলোবোৰতকৈ অধিক হয়তো হেপাহ কৰিছিল এজন সুঠাম তজবজীয়া গিৰিয়েক আৰু দুটামান নোদোকা পুতেক। এই সকলো-বোৰ তাৰ বুঢ়ীমাকে পালেনে? এই জোনবাইটোও তাৰ চিনাকি বহুদিনৰ।

নিশা ভালেখিনি হ'ল। তাৰ চকুজুৰি ধীৰে ধীৰে মুদ খায় আহিব খোজে; খিড়ীকিখন বন্ধ নকৰিলে নহ'ব। সি অলসভাৱে উঠি আহি খিড়ীকিখন বন্ধ কৰিব খুজি দেখে আকাশখনৰ তৰাবোৰ কৰ'বাত হেৰাল—সেইঠাইত চপৰাচপৰ ক'লা মেঘ। তাৰ মনটো বিষণ্ণ হৈ পৰে। খিড়ীকিখন বন্ধ কৰি লেম্পটো নুমাই সি শোৱাপাটিত দীঘল দিলে!

আঘোনৰ প্ৰাৰম্ভণিতে দেখা পোৱা পথাৰৰ ধানখিনিত এতিয়া ভৰপকা সোণালী ধাননীৰ এই মধুৰ আহ্বানক সহাঁৰি দি গাৱঁৰ ডেকা-গাভৰু বুঢ়াবুঢ়ীয়ে পথাৰলৈ আগবাঢ়িল। ধান চপাব, মেজি জ্বলাব, ন চাউলৰ ভোজ-ভাত খাব—নতুন উৎসাহ উদ্দীপনাৰে গাওঁখন প্ৰাণময় হৈ পৰে। নতুন জীৱনৰ সপোন দেখি আপোনমনে দাৱনীহঁতে ধান দাবলৈ ধৰে—আৰু যি ঘৰ গৃহস্থৰ গৰুগাড়ী আছে—তেওঁবিলাকে দিনৰ দিনটো ধান গাড়ীত ভৰায় গৃহলৈ কঢ়িয়াবই লাগিছে। এনেকুৱা কৰ্ম্মময় জীৱনতো মানুহে বং ৰহইছ কৰে—গান গায়, নাচে। ধাননীৰ মাজে মাজে বতাহত ভাহি আহে কোনোবা পিলিঙা ডেকাই গোৱা হুচৰিৰ কেইফাঁকিমান পদ ঃ



মুঠি মুঠি কৰি
ধানে দাই আছিলো
হাতত হেঙুলীয়া কাছি
কি নো তামোলখনি
দিলা হেৰা ভনীটি
পাণতে পদুমফুলবাচি।

পথাৰৰ ধান আনি গৃহস্থই ভাগে ভাগে চোতালত থ'লেহি। এইয়া মালভোগ ধান, এইয়া বৰাধান, এইয়া সুৱাগমণি ধান, এইয়া মানিকী মধুৰী ধান, এইয়া চিকণকলিধান, এইখিনি তিল, এইখিনি মাহ,......।

অৱশ্যে প্ৰতিঘৰ গৃহস্থৰে যে প্ৰত্যেক বিধৰ ধান আছে এনে নহয়। যেয়ে যি পাৰিছে কৰিছে। খেনোৱে হয়তো এবিধেৰেই বছৰটো পাৰ কৰিব লগা অৱস্থা। খেনোৱে হয়তো দুটা তিনিটা ভড়ালত ধান থৈয়ো অন্ত কৰিব নোৱাৰিব।

সোণোৱালী লখিমীৰে গৃহস্থৰ আগচোতাল যেতিয়া শুৱনী—পাচফালে ঢেকীঘৰত ঢেকীৰ চাবত গাওঁ তেতিয়া উখল-মাখল। পৰিচিত ঢেকীৰ শব্দ, গাভৰুহঁতৰ গুণ্‌গুণনি, ডেকাহঁতৰ বিহুবলীয়া প্ৰাণে গাৱঁত সৃষ্টি কৰে ৰহীয়াল মৌ কোহৰ।

পথাৰত এতিয়া কাম নাই বুলিলেও হয়। ধান কাটি অনাৰ লগে লগে বাওখেতিৰ বাবে মাটিত হালবোৱা ইতিমধ্যে প্ৰায় শেষেই হৈছেগৈ। গতিকে আজিৰ দৰে দিনটোত সিহঁতে যদি আনন্দ নকৰে কৰিব কোনে? বিহুৰ উৰুকাৰ দিনা নিশা পথাৰতে গাৱঁৰ ৰাইজে ভোজভাত খায়—মেজি জ্বলায়—আৰু ভোজ বন্ধা হাৰালি ঘৰটোও শেহত জ্বলায়।

পাছদিনা পুৱা গা ধুই সবুৰে ডাঙৰক সেৱা কৰে—ইঘৰে সিঘৰক নিমন্ত্ৰণ জনায়। মহা আনন্দেৰে আৰু নিৰ্ব্বিঘ্নে ৰূপহী গাৱঁৰ বাইজে বিহু শেষ কৰিলে। গাওঁখন ক্ৰমে ক্ৰমে নিজম পৰি আহে। বিহু বলীয়া ডেকাহঁতো হয়তো ভাগৰি পৰিছে। এই বিহুৰে প্ৰায় সাতদিন পাছৰ কথা।

মাঘমহীয়াৰ ডাঠকুৰ্‌লীৰ মাজেদি মালতী আহিছিল ওচৰৰ পাতল হাবিয়নি খনলৈ। গাৱঁৰ গাতে লগা এইখন হাবিয়নি থকাত বাইজৰ সা-সুবিধাও হৈছে। ছাগলীলৈ বুলি কঠাল পাত নিবলৈ তাই পুৱাতেই তালৈ আহিছে। ধনশিৰিৰ ওপৰত শুভ্ৰ নিয়ৰৰ অভিসাৰ। ধনশিৰিৰ ইপাৰে কি আছে বুজিব নোৱাৰি। নিৰ্ম্মল কালিলৈ গাৱঁৰ পৰা যাবগৈ। তাৰ মনটো ভাল লগা নাই। সি উদ্দেশ্যহীন ভাবেই গাৱঁৰ লুঙলুঙীয়া বাটত সেই পুৱাতেই ঘূৰি ফুৰিছিল—হঠাতে সি দেখিলে কোনোবা এজনীয়ে এই হাড় কপোৱা জাৰকো নেওচি হাবিয়নিলৈ আগবঢ়া দৃশ্য; —কিজানি মালতীয়েই। সি তাইৰ অনুসৰণ কৰি আহি নিচেই ওচৰৰ পৰা চাই বুজিলে—তাৰ ধাৰণা নিৰ্ভুল।

নিৰ্ম্মলে গৰু-মহ পথাৰত চৰাবৰ প্ৰয়োজন নাই। বাপেকৰ লগুৱা লিকচৌৰ অভাৱ নাই। তথাপি তাৰ তেজত গাৱঁৰ জীৱনে, গাৱঁলীয়া জীৱনৰ সপোনে কঁপনি তোলে। সি এতিয়াও মহ চৰাই—পথাৰত নদাই, ভদাইহঁতৰ লগত হাল বায়। কিন্তু সি সেইদিনা তালৈ আহিছিল সম্পূৰ্ণ অৰ্থহীন ভাবে। মন তাৰ অস্থিৰ। কালিলৈ গাৱঁৰ এই ধুনীয়া পৰিবেশ, মৰম, চেনেহ এৰি যাবগৈ লাগিব।

এই নিঞৰৰ মাজত আহি মালতীজনীয়ে কঠাল গছত হাকুটি লগোৱা দেখি তাৰ দুখ লাগে। দেবেনমাষ্টৰৰ অৱস্থা টনকিয়াল নহয়—সি জানে। পঢ়াশুনা কৰি গাৱঁলৈ উৰ্ভতি আহিব পাৰিলে কিবা এটা ব্যৱস্থা সি মালতীৰ নিশ্চয় কৰিব। কিন্তু কি ব্যৱস্থা সি কৰিব—ভাবি নেপায়। মালতী লোকৰ ছোৱালী। মালতীৰ ওপৰত তাৰ অধিকাৰেই বা কিহত!

তাৰ বয়স বেছি নহয়। কিন্তু কিছুদিনৰ পৰা তাৰ মনটো গধুৰ হৈ পৰিছে। সি ভাবিবলৈ শিকিছে। মনত তাৰ চিন্তা—বহুত ৰকমৰ চিন্তা। সকলোতকৈ তাৰ চিন্তা হৈছে সি কেনেকৈ মৰমৰ ৰূপহী গাওঁৰ চেনেহ এৰি চহৰক সাৱটি লবগৈ। গাৱঁত তাৰ আছে মাক ভোগেশ্বৰী, দেউতাক মনেশ্বৰ, হাতী ভৰত, মাহুত জুবমন, দেবেন মাষ্টৰ, এইয়া শস্যশ্যামলা পথাৰ, সৌখন ধনশিৰি, ধনশিৰিৰ পাৰত কহুৱা ফুলে নাচি থকা শুভ্ৰ চাপৰি কিটা, নাহৰ, শলখ, সোৱালু, শিমলু আদি বিবিধ মূল্যবান গছৰে ভৰি থকা জাৰণিখন, চকুৰ দৃষ্টিৰে মনালৈকে আকাশৰ সীমাত বসুমতীৰ গৰ্ভৰ পৰা ওলোৱা ওখচাপৰ পৰ্ব্বতমালা, আৰু তাৰ নিচেই কাষত থিয়হৈ থকা খামুচিয়া এমুঠি ককালেৰে সৈতে এইজনী মালতী।

—ককাইটি কি ভাবিছা? মালতীয়ে সোধে।

নিৰ্ম্মলে উচাপ খাই উঠে মালতীৰ মাতত। সিহে মালতীক আচৰিত কৰি দিয়াৰ কথা ভাবি আহিছিল! তাৰ লাজ লাগি যায়। সি থৰমৎ খায় কলে—নাই নাই, মই একো ভবা নাই—দে মই তোক পাত পাৰি দিওঁ। পিছে ছাগলী নো পিতায়েৰে কিনিলে কেতিয়া?

—ই তুমি কিবা ভাবিছা,—নকলে মই তোমাক পাত পাৰিবলৈ নিদিওঁ।

—নকওঁ যা—তাইৰ যেন মই কিনা গোলাম হে—তাই ক বুলিলেই মই কব লাগিব।

নিৰ্ম্মলৰ কথা শুনি মালতীয়ে তাক মাতবোল নকৰাকৈয়ে গুচি যাবলৈ বুলি ঘূৰোঁতে নিৰ্ম্মলে তাইৰ পুৰঠ বাহুটোত ধৰি মৰম লগাকৈ সুধিলে—

—মালতী, খং নো কৰিছ কিয়! শুনচোন।

—যোৱা, নুশুনিলেহে পাৰিছোঁ। তোমালোকৰ নিচিনা ডাঙৰ মানুহৰ গালি খাবলৈকে যেনিবা আমাৰ জন্ম।

—কান্দিবি হলে দেই মালতী। মই কৈ থৈছোঁ। পৰীক্ষাৰ খবৰ ওলাল শুনিছই নহয়? কালিলৈ মই গুৱাহাটীলৈ যামগৈ। তাকে তোক কবলৈকে মই সুবিধা বিচাৰি আছিলো।

তাই কথা কব পৰা নাছিল বহুত পৰ। অনুশোচনাৰে মনটো ভৰি পৰিল।...সোঁ হাতখনৰে তাই চকু দুটা মোহাৰিবলৈ ধৰিলে।

তেতিয়াও কিন্তু বাওঁবাহুটোত আলফুলকৈ ধৰি নিৰ্ম্মলে মালতী-জনীলৈ চাই বিস্ময় মানিছিল, ইমান ধুনীয়া হৈ গৈছে তাই।

—এতিয়া কান্দি থাকিলে হ'বনে? চাওঁ মোৰফালে চাচোন—নিৰ্ম্মলে দুয়োখন হাতেৰে তাইৰ দুয়োটা বাহুত ধৰি তাৰফালে ঘূৰাই তাইৰ থুঁতৰিটো তাৰ ফাললৈ দাঙি ধৰিলে।

লাজতে তাইৰ কাণমূৰ গৰম হৈ গ'ল। কোনোমতে তাই ক'লে—ককাইটি দায় নধৰিবা। টান কথা ক'লো।

—সোণজনী, মই কালিলৈ যামগৈ। বঙালী বিহুত দীঘলীয়া বন্ধ পালে তোক লগ পাবলৈকে মই আহিম দেই। তোক এৰি যাবলৈ মোৰ কেনেকুৱা লাগিছে তই নুবুজিবি। কিন্তু তই জানো বিচাৰ তোৰ নিৰ্ম্মল ককাইটি নিৰক্ষৰ হৈ গাৱঁতে কলিমন ফেদেলাহঁতৰ দৰে জীৱন পাত কৰক।

তাই নিৰ্ম্মলৰ সকলো কথা তত ধৰিব নোৱাৰে। চকুকিটা ডাঙৰ ডাঙৰকৈ মেলি অবাক হৈ চাই থাকে দিনে দিনে ধুনীয়া হৈ যোৱা নিৰ্ম্মলটোলৈ।—ককাইটি তুমি ডাঙৰ মানুহ হ'বা—এই কামনা মই সদায় কৰিম। তোমাৰ মঙ্গলৰ বাবে গোঁসানী থানত ঘিউঁৰ চাকি দিম—কিন্তু মই যে বৰ অকলশৰীয়া হৈ যাম।

—তেন্তে মালতীয়েও তাক বিচাৰে মনে মনে নিৰ্ম্মলে ভাবে।

পূবফালৰ বঙা আকাশখনত কোনোবাই বঙা, বগা, বেঙুনীয়া, নীলা, সোণোৱালী বোলেৰে বিচিত্ৰ আলপনা আঁকি দিয়ে। ধনশিৰিৰ বুকুৰ কুৰ'লী কৰ'বাত লুকায় পৰে—শান্ত জলধিত পোহৰৰ বিচিত্ৰ ঢল বাগৰে। মধুৰ কাকলিৰে দিগন্ত পথেদি উৰি যায় বন-বিহঙ্গ নতুন উলাহেৰে। সূৰুযৰ জ্যোতিত তেতিয়া মাথোন মেল খোৱা কহুৱা ফুলৰ চাপৰিটোৰ অন্তৰালত থকা কোনোবা এপাহি বনফুলৰ সুৰভিত হাবি-খনত উপচি পৰে এক মধুৰ সৌৰভ। ধনশিৰিৰ বুকুত দিনটোলৈ নাও মেলিবলৈ যোৱা কোনোবা মাছুৱৈয়ে ঈশ্বৰক প্ৰাৰ্থনা কৰি গোৱা কীৰ্ত্তনৰ পদৰ মধুৰ সুৰ ভাহি আহে বতাহত......

হে প্ৰাণ কৃষ্ণ কৃপাৰ ঠাকুৰ
অণু এক কৰা দয়া মায়া হওক দূৰ......



এনেকুৱা এটা মুহূৰ্ত্তত সেউজীয়া আবেষ্টনীৰ মাজত নিৰ্ম্মলৰ বুকুত মালতী ধীৰে ধীৰে সোমায় পৰে—কিমান পৰ সিহঁতে তেনেকৈ আছিল কব নোৱাৰি—সিহঁতৰ তন্ময় আতৰি যায়—যেতিয়া দূৰণিৰ পৰা এজাক গাভৰুৰ খিল খিল হাঁহিৰ শব্দ আহি সিহঁতৰ বুকুত প্ৰতিধ্বনি হয়হি। হাঁহিৰ শব্দটো ক্ৰমে ক্ৰমে দূৰলৈ গৈ—কৰবাত সম্পূৰ্ণৰূপে বিলীণ হয়গৈ। বকুলি, চম্পা, সোণপাহীহঁত হয়তো মাছলৈ গৈছে সিহঁতে ভাবে।

—মই কালিলৈ যামগৈ—নিৰ্ম্মলে তাইৰ মূৰত হাত ফুৰাই দি কয়। শালগছজোপাৰ ফেৰেঙনিয়েদি সূৰ্য্যৰ উজ্জ্বল জ্যোতি আহি সিহঁতৰ গাত পৰেহি।

—বেলি ভালেখিনি হ'ল, সৰুকৈ মালতীয়ে কয়।

—এৰা, এনেকৈ তোক আৰু সোনকালে লগ নেপাম মালতী।

—ককাইটি তুমি চ'তৰ বিহুত আহিবা নহয়?

—আহিবলৈ চেষ্টা কৰিম।

—আজি যাওঁ ব'লা—কোনোবাই দেখিবহি।

—তাই নিৰ্ম্মলৰ বাহুবন্ধনৰ পৰা নিজকে উন্মুক্ত কৰি কঠাল গছৰ সৰি থকা পাতবোৰ বুতলিবলৈ খৰধৰ লগায়। নিৰ্ম্মলে তাইক পাত পাৰি দি পুনৰ তাইৰ কাষচাপি গৈ তাইৰ হাতখনত ধৰেহি।

—ককাইটি এতিয়া নেপায়, সাজ লগা পৰত এবাৰ আমাৰ ফালে আহিবাদেই।

—ও যামতোন বুলি, নিৰ্ম্মলে তাইৰ থুঁতৰিটো দাঙি আকৌ এবাৰ তাইৰ মুখখনলৈ বিস্ময় মানি চায়। সি কবনোৱাৰাকৈয়ে তাৰ মুখৰ পৰা ওলায় আহে—অনিন্দ্যসুন্দৰী।

দেবেন মাষ্টৰ আজি কালি তজবজীয়া নহয়। ইটো সিটো অসুখ হৈ মানুহজন ক্ৰমে দুৰ্ব্বল হৈ গৈছে। এপিনে খেতি পথাৰ, ঘৰ-দুৱাৰ—আনপিনে স্কুলখন। আটাইবোৰ মূৰতলৈ মানুহজনে বলে নোৱাৰা হৈছেগৈ। খেতি যোৱাবাৰ পানীয়ে মাৰিলে। হালৰ গৰু বেমাৰত ভূগি নিশকটীয়া হৈ পৰিল। জেতুকীৰো স্বাস্থ্য আগৰদৰে নাই। খেতিৰ মাটি আধি দিবলৈও আজি কালি মানুহ পোৱা টান। পমুৱা মানুহ

লগাই গাৱঁত ইতিমধ্যেই বহুতেই খেতি কৰাইছে, কিন্তু দেবেন মাষ্টৰে ভাবিছিল পমুৱাই আমাৰ মানুহৰ ভাত মাৰিব। নিজৰ শৰীৰটোৰ ওপৰত মাষ্টৰৰ আস্থা নাই। যোৱা কেইবা বছৰৰ পৰা খেতিৰ মাটি আধি দি কোনোমতে দেবেন মাষ্টৰৰ সৰু পৰিয়ালটো বৰ্ত্তি আছে। শৰীৰত বল নেথাকিলেও মনৰ জোৰেৰে যোৱা কেই বছৰ দেবেন মাষ্টৰে আধিখোৱা মানুহৰ লগতে হাল বাইছে—শস্য সিচিবৰ সময়ত দেখুৱাই দিছে কোনখিনি মাটিমাহ, বহৰ মাহ, তিল, সৰিয়হ, ধান আদি বোৱা হ'ব।

বংশত চাকি জ্বলাবলৈ এটা লৰা নাই। এইটো দেবেনৰ গধুৰ শোক। জেতুকীয়ে তাবিজ মাদলি পিন্ধিলে। বেজে খেৰ কুটাৰে পানী আৰু চাউল জাৰিলে, বান মাৰি তাবিজ দিলে, আঠগাওঁ মৌজাৰ হামদৈ গোঁসানী থানত পূজা পাতি দিলে, নামঘৰত ঘিউঁৰ চাকি দিলে—কিন্তু ফল হলে একো নহ'ল। দেবেন মাষ্টৰৰ জীৱনৰ এই ব্যৰ্থতাই মনটো সেমেকাই পেলাইছিল। জ্ঞানী মানুহ বাবে হয়তো হতাশ নহ'ল। নিৰ্ম্মলেও মাজে সময়ে দেবেনক কৈছিল—ভয় কি খুৰাদেউ—এইটো 'মহিলাৰ যুগ'। মালতী আছে। তাইকে পঢ়াই শুনাই লৰাৰ লেখিয়া জ্ঞান দিয়ক। তাই আপোনাক লৰাতকৈয়ো বেছিহে সহায় কৰিব। কিন্তু গাৱঁৰ মনেশ্বৰ, নদাইহঁতে দেবেন মাষ্টৰক কয়—ছোৱালী বয়স হলেই দিব লাগে। ছোৱালী ৰখা বৰ ডাঙৰ কথা।

দোধোৰ-মোধোৰ অৱস্থাৰ মাজেদি দেবেন মাষ্টৰৰ দিনবোৰ পাৰ হৈ যায়। ছোৱালীজনী দিওঁ বুলিলেই দৰা লাগে। দৰাটো জানো বিচাৰি পোৱা সহজ কথা? দৰা বিচাৰি পালে যদি মালতীয়ে পচন্দ নকৰে। জেতুকীয়ে কিন্তু কয়—'চৰুক সুধি জানো চাউল বহাই?' কিন্তু মালতী দেবেনৰ একমাত্ৰ সন্তান। তাইৰ দুখ দেখিলে মৰিলেও শান্তি নেপাব। এনেকুৱা কিংকৰ্ত্তব্যবিমূঢ় হৈ থাকোঁতেই মালতীৰ দেউতাকে নিৰ্ম্মলৰ পৰা এখন চিঠি পালে—এই চিঠিখনেই দেবেনৰ মন পোনাই দিলে।

পূজনীয় খুৰাদেউ!

মোৰ ভাল। বিশেষ আপুনি মালতীক নপঢ়োৱাকৈ থুপৰী কৰি



ঘৰতে ৰাখিব খুজিছে। ইয়ালৈ আহি ইতিমধ্যে মই বহুত কথা দেখিছোঁ, শুনিছোঁ, শিকিছোঁ। গাৱঁৰ ভিতৰত সোমায় মাথোঁ ভাতকিটাৰ চিন্তা কৰি কটালেই নহয়। আজি কালি মাইকী মানুহেও দেশ শাসন কৰিছে। বিজয়লক্ষ্মী, ইন্দিৰা গান্ধী এওঁবিলাক জানো মতা মানুহ? আপুনি জনা মানুহ—মোৰ পূজনীয় গুৰু। মালতীৰ শুভাকাঙ্ক্ষী হিচাবে এই চিঠি আপোনালৈ লিখিলো। দায় দোষ মাৰ্জ্জনা কৰিব। মালতীৰ ভৱিষ্যতটো নষ্ট নকৰিব সোনকালে তাইক চহৰৰ স্কুলত নাম লগায় দিয়ে যেন।

ইমান দিনে চিন্তা কৰি থকা কথাটোৰ উত্তৰ দেবেন মাষ্টৰে নিৰ্ম্মলৰ চিঠিৰ পৰা পালে।

অৱশেহত ঘৈণীয়েক জেতুকীৰ লগত পৰামৰ্শ কৰি দেবগাৱঁত থকা দূৰসম্বন্ধীয়া মোমায়েক দুটিৰামৰ ঘৰতে সম্প্ৰতি মালতীক থোৱাৰ ব্যৱস্থা কৰিলে। দুটিৰামৰ দেবগাৱঁৰ বজাৰখনৰ ওচৰতে আছে এখন সৰু চাহৰ দোকান। দুটিৰামৰ অৱস্থা টনকিয়াল। হাটবাৰে বাগিছাৰ বুধু-লচমীহঁতৰ পৰা আৰম্ভ কৰি বাগিছাৰ বৰ বাবুলৈকে ইয়াত বহে মেল। তাৰোপৰি নগাওঁ, ডিব্ৰু, গোৱালপাৰা, চিলং আদিৰ পৰা মটৰেৰে অহাযোৱা কৰা যাত্ৰীয়ে দুটিৰামৰ দোকানতে বহি চাহ লুচি খায় যায়। ইয়াৰ উপৰিও নগা পাহাৰত যুদ্ধ দিবলৈ যোৱা পুলিচ মিলিটেৰী, লুইতক ভেটিবলৈ যোৱা ইঞ্জিনীয়াৰ চাহাব সকল আৰু নাহৰকটীয়াত তেল বিচাৰি যোৱা বিশেষজ্ঞ দলৰো দুটিৰামৰ দোকানলৈ আগমন হয়। সেয়েহে কৈছোঁ দুটিৰামৰ অৱস্থা ভাল। দেবেন মাষ্টৰে নিজে গৈ এদিন দুটিৰামৰ লগত এই বিষয়ে আলোচনা কৰি আহিলগৈ। দুটিৰামৰ মনত কি ভাব আছিল ক'ব নোৱাৰি—কিন্তু মালতীক সোনকালেই পঠিয়াবলৈ দেবেন মাষ্টৰক কৈ পঠিয়ালে।

দুটিৰামৰ মালতীক লগত ৰাখিবলৈ আগ্ৰহ দেখি দেবেনৰ মনটো পাতল লাগিল। মনতে নেদেখাজনলৈ জনালে প্ৰণাম।

দেবেন মাষ্টৰে জীয়েক মালতীক যিমান পাৰে সোনকালে দেবগাৱঁলৈ লৈ যাবলৈ ইচ্ছা কৰিছিল যদিও—নোৱাৰিলে। মালতীয়ে তাইৰ যোৱাৰ দিনটো যিমানেই পিছুৱাই যায় সিমানেই ভাল পায়। তাই এৰাতিৰ

কাৰণেও মাকৰ চকুৰ আতৰ হোৱা নাই—এতিয়া লোকৰ ঘৰত নিশাৰ পাচত নিশা কটাই দিব লাগিব! তাইৰ ভয় লাগি যায়। চাওঁতে চাওঁতে বলীয়া ফাগুন পাৰ হৈ চ'তত পৰিলহি।

মাকে লগাই বোৱা গামোছা কিখনত লাগি নিদিলে গামোছা কিখন বিহুৰ চেৰা হ'ব। ঘৰত বনা খুন্দা সকলো কাম মাক জেতুকীয়েই অত দিনে কৰি আহিছে—তাই অৱশ্যে সকলো কামতে মাকক সহায় কৰি আহিছে। বিহুৰ পাছতে তাই চহৰলৈ যাব। নহ'লে দেউতাকেও তাইৰ লগতে কষ্ট খাব। দেউতাকে তাইৰ প্ৰস্তাৱত সন্মতি দিলে। তাই যেনিবা কিছু সকাহ পালে। নিজৰ চেনেহী ঘৰখনিৰ পৰা তাইৰ যাবৰ মন নেযায়। কিন্তু তাই নাযাওঁ বুলি কৈদিলে নিৰ্ম্মলে বা কি কৰে? তাইৰ ভয় লাগে। যাবলৈ ভয় লাগে, নিৰ্ম্মললৈ ভয় লাগে, কোনো-দিনে নথকা ঠাইখনত থাকিবলৈ ভয় লাগে। তথাপি মালতীৰ মনটো ভাল লাগে। ৰঙালী বিহুত নিৰ্ম্মল ককাইটি আহিব—তেতিয়াই তাই চহৰৰ বিষয়ে বুজ হ'ব পাৰিব। এতিয়া শালৰ গামোছা কিখনতে ফুলবচা যাওক। নতুন উলাহ উদ্দীপনাৰে তাই গামোছাৰ পাছত গামোছাত ফুল বাচিবলৈ ধৰে। উৰণীয়া মনক তাই বান্ধিব নোৱাৰে —চেনাইৰ পম খেদি মন উৰি যায়—ফুলত কেণা লাগে। তাঁতশালৰ গৰকাৰ খিট্‌খিটনিৰ খন্তেকলৈ ছন্দ পতন হয়। দোৰেপতিৰ চেৰে চেৰে কঁপি উঠা তাইৰ ফেহুৰগা উটুঙ্গ বুকুৰ পৰা ৰিহাৰ আচল খহি পৰে। কেণা লগা ফুলৰ আঁত বিচাৰোঁতে গৰকাত খোপনি দি ক্লান্ত হৈ যোৱা লোহোৰা লোহোৰ ধুনীয়া কলা ফুল দুটা কেতিয়াবা আঠুলৈকে অনাবৰ্ম্বৰ হৈ পৰে—নাকত বিৰিবিঙি উঠে ঘামৰ টোপাল, ঢেকীয়া-পতীয়া লিহিৰি লিহিৰি মিহি চুলিখিনি জোপোহা যেন হৈ পৰে—নিৰ্ম্মলে যদি মালতীৰ এই ৰূপ আজি দেখিলেহেঁতেন...। গামোছা এতিয়াও তিনি-খনমান শালতে আছে। তাৰে এখনত তাই বাচিব ফুল। সেইখন নিৰ্ম্মলৰ বাবে তাই আচুতীয়াকৈ থ'ব। তাই গম পাইছিল কেইদিন-মানৰ ভিতৰতে নিৰ্ম্মল পাবহি। নিৰ্ম্মল আহি পোৱাৰ আগতে গামোছা কিখন শালৰ পৰা কাটি উলিয়াব পৰা হ'লে ভাল আছিল। নহ'বগৈ। তাইৰ মনটো অস্থিৰ হৈ পৰিছে। নিৰ্ম্মলৰ সান্নিধ্য লাভৰ বাবে তাইৰ



পিপাসিত প্ৰাণত হাঁহাকাৰ। চাৰিওফালৰ পৰা মাকোৰ খিট্‌খিটনি, ঢেকীৰ চাব, গাৰ'ত হোৱা হুচৰিৰ আখৰাই তাইৰ মন কঁপাই তোলে। তাৰোপৰি কেতেকী কুলিৰ মৌ-বৰষা মাতে তাইক উন্মাদ কৰি দিব খোজে। ধনশিৰি এতিয়াও শান্ত। ধনশিৰিৰ আকাশ নিৰ্মেঘ নহয়। কেইদিনমানৰ ভিতৰতে আকাশ বিজুলীয়ে হাঁহিব; মেঘে গাজিব আৰু বৰষুণৰ পানীৰে ৰূপহী গাওঁ উপচি পৰিব—ধনশিৰিৰ বুকুত নাচিব পৰ্ব্বত প্ৰমাণ ঢৌৱে—বৰদৈচিলা মাকৰ ঘৰলৈ যাব—যাওঁতে তাই গাওঁ ভুইত হাঁহাকাৰ তুলি যাব। মনৰ পানচৈত তাইৰ ঢে'ৰ কথা—এই কেই দিনতে গোট খাইছে। চেনেঙ আহিব—কোনোবা এডোখৰ নিৰল ঠাইত চেনেঙক বহুৱাই তাই সকলো কথা এটা এটাকৈ কৈ যাব—আৰু চেনেঙে পৰম আগ্ৰহৰে তাইৰ কথাবোৰ শুনি যাব। চেনেঙক লগ পোৱাৰ সেই মাহেন্দ্ৰক্ষণটোলৈ তাই অসীম ধৈৰ্য্যৰে বাট চাই ৰ'ব।

তাঁতশালৰ সূতা চিগি চিগি যায়। য'তৰ নুঘুৰা হয়। খঙতে তাই ৰঙা পৰি যায়। কেতিয়াবা দু আঙুল বওঁতেই সাজ লাগে। লগৰ বকুলী সোণপাহীহঁতে তাইনো কি ফুল বাচিছে চাবলৈ আহি মালতীৰ অৱস্থা দেখি কোনোমতে হাঁহি সামৰি কৃত্ৰিম সহানুভূতিৰে সূতা জোৰাই দিয়ে—য'তৰৰ আউল ভাঙি দিয়ে।

কোনোবা এজনীয়ে কৈ উঠে মন দেখোন তোৰ কৰ'বাত—অ'! ভালকৈ তুলিবি ফুল।

মালতীৰ লাজ লাগে—সিহঁত কিজনী গুচি যায়। তাই আকৌ মৰমৰ উম দি অশেষ হেঁপাহ ঢালি পলকতে তোলোঠা ঘুৰাবলৈ ধৰে।

এশটা কাঠিৰে বৰ হেঁপাহেৰে ৰঙা আচুৰে তাই যিখন গামোছাত ফুল বাচিলে—সেইখন তাই দিব নিৰ্ম্মলক। এৰা, সেইখন গামোছা তাই নিৰ্ম্মলকেই দিব লাগিব। অকণমান মৰমৰ বাবে হাবাথুৰি খায় ফুৰা নিৰ্ম্মলক বিহুৰ দিনা তাই গামোছাখন দি তাক সেৱা কৰিব। সিও তাইক পৰম চেনেহেৰে দুয়োখন হাতেৰে ধৰি উঠাই তাইৰ মুখলৈ অপলক দৃষ্টিৰে চাই ৰ'ব। তাইৰ লাজ লাগি যাব। হয়তো লাজতে তাই ৰঙা পৰি যাব। সেই মধুৰ দিনলৈ আৰু অধিক দিন নাই। শৰীৰত অনুভৱ কৰে তাই শিহৰণ। আম, জামু, নহাৰ গছৰ ডালে ডালে ঠৈৰুৱে ঠৈৰুৱে

কুঁহি কুঁহি সেউজীয়া পাত ইতিমধ্যেই বিৰিবিঙি উঠিছে। এইবাৰ বাৰীৰ ঢাপৰ কঠালজোপাত কজলাবৰণীয়া কপৌফুল থোপা থোপে লাগিছে। তাই দিনৌ সলাই সলাই পিন্ধিব পাৰিব—জেতুকা-পাতো কিছু গোটাই থ'ব লাগিব। দেৱা গছৰ ছাল কিছুও সোণপাহীহঁতৰ ঘৰৰ পৰা আনি থ'ব লাগিব। দেৱা গছৰ ছালেৰে তামোলকণ খায় নললে ওঁঠৰ পাহিবোৰ শেঁতা হৈ থাকিব।

কল্পনাৰ ৰামধেনু সিহঁতৰ মন আকাশত বিৰিবিঙি উঠে, লীণ হৈ যায়। ভৱিষ্যতৰ সেন্দুৰী আলি সিহঁতে নিজৰ মনৰ ভিতৰতে বান্ধে; কিন্তু সিহঁতে পাহৰি যায় যে সিহঁতে ৰচনা কৰা পথত ৰঙা গোলাপ ফুলিলেও গোলাপ ফুলৰ অন্তৰালত জগতে নজনাকৈ কাঁইটেও লুকা-ভাকু খেলিব—। ধুনীয়া গোলাপ পাহ ছিঙিবলৈ যাওঁতে কাঁইটৰ আচোঁৰত সিহঁতৰ হাত তেজেৰে ৰঙা হৈ পৰিব। সিহঁতৰ জীৱনৰ ৰামধেনু সপোনবোৰক বাস্তৱজীৱনৰ অৱস্থিতিয়ে ধ্বংস কৰি দিব।

সংসাৰৰ এই বাস্তৱ ফালটো পাহৰি থাকিব পৰাটোৱেই আনন্দৰ কথা—ভয়ংকৰ মৃত্যুৱে জগতৰ প্ৰাণী মাত্ৰকে নিষ্ঠুৰ ভাবে ধ্বংস কৰিছে আৰু কৰিব—। কিন্তু মানুহে জীৱিত কালচোৱাত এই নিৰ্ম্মম সত্য-টোৰ কথা বিস্মৃত হৈ থাকে—আৰু এই কাৰণেই জীয়াই থকা দিন কেইটাত মানুহে হাঁহে, মাতে, কথা কয়।

মালতী আৰু নিৰ্ম্মল—ইহঁতেও এই ভয়ংকৰ কথাটো পাহৰি সপোন দেখে ইন্দ্ৰধনুৰ—কল্পনা কৰে শান্তিৰ জীৱন। এই বাবেই ইটিয়ে সিটিৰ ওচৰলৈ যাবলৈ ব্যাকুল—ঘৰ বান্ধিব— সৃষ্টি কৰিব নতুন মানুহৰ .........নতুন ফসলৰ।

চ'তৰ সংক্ৰান্তিৰ লগে লগে বিহু নাম হুচৰিৰ নাচত বুপহীগাওঁ তল ওপৰ লাগিল। আকাশত ডাৱৰৰ মেলা, বিজুলীৰ খেলা, জিৰ জিৰ বতাহৰ মাজেৰে বৰষুণ নামে। প্ৰকৃতিয়ে বৰণ সলায়। কুঁহি পাতবোৰ বতাহে কোবায়। চোতালবোৰ সেমেকি বন গজিবলৈ ধৰে। চেনীমলাৰ পৰা তাই গম পাইছে যে চ'ত বিহুৰ আগ দিনাই নিৰ্ম্মল বুপহী গাওঁ পাবহি। কিমান চাগৈ জনা বুজা হৈ আহিব নিৰ্ম্মলকাইটী! দেখিবলৈ ছাগৈ.........তাই নিজৰ শৰীৰটোলৈ চায়—বেচ শকত-আৱত হৈছে তাই।



মাক জেতুকীয়ে তৰা-পঘা কলিমনৰ হতুৱাই বটাই থৈছে। চ'তৰ বিহুৰ দিনাই নিচেই পুৱাতে দেবেন মাষ্টৰ আৰু কলিমনে গৰু গাই কিটা দীঘলতি গছৰ ঠালেৰে কোনোৰকম আগচি নি নৈত গা ধুৱালেগৈ। মালতীয়ে হালধি, বেঙেনা, কেৰেলা, জাতিলাউ আদি চকল চকল কৈ কাটি বাঁহৰ শলাত গাঠি থলে। তাৰ পাছত ন-পঘা মাহ হালধিৰে বোলায় তাত ৰঙা ক'লা সূতা আৰু একোপাত তুলসী গুণৰ মাজে মাজে সুমুৱাই থৈ চোতাল সৰা গোহালি আদি অতোৱা কামত লাগিল। বিহু হলেও নিজৰ কৰা কাম কৰিবই লাগিব। সিহঁত দুখীয়া। কাম কৰিবলৈকে যে সিহঁতৰ জনম। দিনৰ দিনটো ব্যস্ততাৰ মাজতো নিৰ্ম্মলৰ কথা তাই পাহৰিব নোৱাৰে। কুলি চৰাই জনীয়ে মাতি থকাৰ বাবেই নেকি তাইৰ মনটো যেনেকৈ চঞ্চল হৈ পৰে তেনেকৈ মনটো তাইৰ বিমৰ্ষও হৈ থাকে। কাৰণ নিৰ্ম্মলক লগ পোৱা মুহূৰ্ত্তটো বৰ চুটি! বিৰহৰ বেদনাই তাইক চেপি নিয়ে। কিন্তু ভাবি ভাবি বহি থাকিবলৈ তাইৰ হাতত সময় তাকৰ। তাই গা ধুবলৈ যোৱাই নাই। তাৰোপৰি ঘৰখনত ভলোখিনি কাম পৰি আছে। তাই লৰালৰিকৈ লোতাটো লৈ বাৰীৰ পাঁচফালে যায়গৈ।

মালতীৰ মনৰ অৱস্থা মাক জেতুকীয়ে হয়তো উপলব্ধি কৰিব পাৰিছে। দেবেনৰ বাবেও এদিন জেতুকীয়ে পানী-পিয়া চৰাইটোৰে মেঘ দেখি ধৰফৰোৱাৰ দৰে ধৰফৰাই সময় পাৰ কৰিছিল। জানোচা অথন্তৰ মিলে। একমাত্ৰ সন্তানৰ কল্যাণ কামনা কৰি মাকে ভগবানক জনায় প্ৰাৰ্থনা। গধূলি হৈ অহাৰ লগে লগে গৰুক গোহালিলৈ সুমুৱাই আনি নতুন পঘাৰে বান্ধি দুই এখন পিঠা প্ৰত্যেক গৰুক খুৱাই মালতী ভিতৰলৈ আহিল। আৰু দেউতাকে বাহিৰৰ কোঠা এটাত বহি কীৰ্ত্তন-খন চাকিৰ পোহৰত পঢ়িবলৈ বুলি ঠগিৰ ওপৰত মেলি ললে।

দেউতাকে অজামিল উপাখ্যানৰ ঘোষা এবাৰ গাই আৰু নোগোৰা দেখি তাই উৎকৰ্ণ হৈ ব'ল। নিশ্চয় কোনোবা আহিছে। তাইৰ বুকুখন আৰ্গলি কলা-পাত কঁপা দি কঁপিবলৈ ধৰিলে—। নিশ্চয় নিৰ্ম্মল কাইটীয়েই হ'ব। হেৰৌ আই মূঢ়াটো লৈ আহাচোন—দেউতাকে তাইক কোৱা শুনিবলৈ পালে।

তাই দৌৰ মাৰি গৈ মুখখন জিলিকি উঠা দাপোনখনত মুখখন চাই লৰালৰিকৈ কাকৈখনৰে চুলিখিনি সমান কৰি ৰিহাৰ আচলেৰে গাটো ঢাকি মূঢ়াটো লৈ বাহিৰলৈ আহিল।

কিন্তু এইয়া কি? এইয়াটো নিৰ্ম্মলকাইটী নহয়! কোনোবা এজন অচিনাকী মানুহ, অচিনাকী বেশত দেউতাকৰ ওচৰত দেখি তাই বিব্ৰত হ'ল। তাই মূঢ়াটো থৈ ততাতৈয়াকৈ ভিতৰলৈ সোমায় আহিল। এই মানুহজনৰ অহাৰ কাৰণটো উলিয়াবলৈকে চিন্তা কৰি তাই ঘামিবলৈ ধৰিলে।

দেউতাকে কোৱা শুনিলে—হেৰৌ আই, বিহুৰ দিনা অতিথিক সুদা মুখে বিদায় দিব নেপায়।

তাই লৰালৰিকৈ চিৰা-সান্দহ, দৈ গাখীৰ, পিঠা-পনাৰে জলপান সজাই দেউতাকক মাতিলে—পিতাই জলপান সজালো।

দেউতাকে বহাৰ পৰা উঠি আহি জা-জলপানখিনি লৈ বাহিৰলৈ গ'ল। মাক নাম-ঘৰলৈ গৈছিল। তাই পীৰালিৰ ওচৰত হোৱা ৰজনী-গন্ধা জোপা এনেয়ে এবাৰ খুচৰি দি পানী দিলে। জবা ফুলৰ গছ জোপাত বহুত ৰঙ ৰঙা মঞ্জৰী—হয়তো কালিলৈ সুৰুযক আদৰিবৰ সময়ত পাপৰি মেল খাব। তাইৰ মনটো অলপ ভাল লাগে। তাই গম ললে বাহিৰৰ মানুহজন গলনে নাই—। তাই অনুভৱ কৰিলে কোঠালীটো নিজম। মানুহজন গল ছাগৈ। মাকো ইতিমধ্যে ঘৰ সোমাইছেহি। অস্ত-আকাশৰ হেঙুলীয়া বোল তেতিয়ালৈ দিগন্তৰ এন্ধাৰৰ মাজত বিলীন হৈ গৈছে। আকাশত এটা দুটা অসংখ্য তৰাই হাঁহিছে, কিন্তু মেঘৰ প্লাবনে সিহঁতৰ হাঁহিবোৰ উটুৱাই লৈ যাব। বহাগৰ আকাশৰ—ন-মেঘ, নতুন বছৰৰ নতুন বাৰিষাৰ নতুন দিনৰ নতুন মেঘ—হয়তো বছৰটোত মানুহৰ সুখ হ'ব—নহয়তো দুখৰ হব।

মালতীৰ মনটো অজান আশঙ্কাত কঁপি উঠে। আলহীয়ে জলপান খোৱা কাঁহী-বাতিখিনি তাই সামৰি থৈ লেম্পটো জ্বলালে। আলহীক আগবঢ়াই থ'বলৈ গৈ দেউতাকো উভতি অহাই নাই। মাকে হাত ভৰি ধুই বান্ধনী ঘৰত সোমালগৈ। তাই মাকে খুন্দি ভাজি থোৱা চিৰাকি-টাকে ভাজিবলৈ বুলি বহিল। আজি তাইৰ হাতকিখন দেখিও মনটো



মাজে মাজে ভাল লাগিছে—যোৱা নিশা তাই হাতত জেতুকা বোল দিলে। দূৰৈৰ বিহুতলিৰ পৰা বিনি বিনি ঢোল, পেঁপা, গগনাৰ সুৰ অহৰহ বতাহত উটি আহিবইলাগিছে।

মাকৰ লগতে এবাৰ বিহুতলিৰ পৰা আহিবলৈ তাই ভাবে। নঙলা কোনোবাই খহোৱাৰ শব্দ তাইৰ কাণত পৰে—কিজানি দেউতাক! তাই লেম্পটো লৈ দেউতাকৰ উদ্দেশ্যে আগবাঢ়ি গ'ল। যদি দেউতাক নহয় সেই আলহী জনহে! তাইৰ বুকুখন চিৰিং কৰে বাজিল। নহয়, মানুহ জন আকৌ উভতি আহিব কিয়? তাই আহি বাহিৰ চোতাল পাওঁতেই আগন্তুক আহি তাইৰ সন্মুখত থিয় দিলেহি।

তাই ভয়ে ভয়ে মূৰ দাঙি চায় দেখিলে বহল বুকু, ঢৌ খেলা চুলি, ধুনীয়া চকুজুৰীৰে সৈতে ওখ বগা তজবজীয়া ডেকামানুহটোৱে তইলৈ চাই হাঁহিছে। তাই নিজকেই বিশ্বাস কৰিবলৈ টান পালে। অবাক হৈ চাই থকা দেখি নিৰ্ম্মলে তাইক সুধিলে—কি হ'ল? কি চাইছ তই মালতী?

তাই নিজৰ গাটোতে চিকুট মাৰি চাই বুজিলে সপোন নহয়—এইয়া বাস্তৱ—। সন্মুখত তাইৰ প্ৰাণৰ মানুহ নিৰ্ম্মল।

—তাই মিচিক্‌কৈ হাঁহি সুধিলে—ককাইটি তুমি আহিলা?

—তই নাহিম বুলি ভাবিছিলি হবলা?

—নাই ভবা—সৰুকৈ তায় কয়।

—দেউতাৰ কলৈ গ'ল?

—কোনি গ'ল কব নোৱাৰো।

—বৌটিয়েৰ একা?

—বান্ধনী ঘৰত।

—তেনেহ'লে তই এতিয়া অকলেহে ঘৰত আছ?

—ওঁ।

—এটা কথা এতিয়াই কৈ থওঁ—পাছত কিজানি সুবিধা নেপাম—বুজিছ! মাতটো অলপ সৰু কৰি নিৰ্ম্মলে তাইক কয়—কালিলৈ পুৱা যেতিয়া তই পানী নিবলৈ আহ—তেতিয়া বেলি নৌ ওলাওঁতেই তই ঘৰৰ পৰা ওলাবি। উত্তৰ মূৰাকৈ গৈ নৈয়ে নিওঁ নিওঁ কৰা তেতেলি

জোপাৰ তলতে ৰ'বিগৈ। ঠাই ডোখৰ আওগৰীয়া। তোক নিবলে লগ পাবলৈ সেই ডোখৰেই উপযুক্ত ঠাই। পানীয়ে এতিয়া এই ডোখৰ ঠাই ডুবাব পৰা নাই। মই আবেলিয়েই গৈ ঠাইডোখৰ চাই থৈ আহিছোঁ।

তাই কি উত্তৰ দিব? নিৰ্ম্মলৰ আহ্বান, এই আহ্বানক নেওচিবৰ সাহ তাইৰ নাই। তাই সেই কথাৰ উত্তৰ নিদি ক'লে—আহাঁ ভিতৰলৈ আহাঁ। সি তাইৰ পিছে পিছে আহিল। এইটো ঘৰতে আলহী অতিথি আহিলে বহে—দিনটোৰ সৰহভাগ সময় দেবেনে এইটো ঘৰতে কটায়।

—পলে পলে এন্ধাৰে পৃথিবীখন নেদেখা কৰি পেলাইছে—দূৰৈত হুচৰিৰ মনবলীয়া কৰা পেঁপাৰ টিঁহিতি বাজিবই লাগিছে—চোতালৰ আমজোপাই মলিয়াইছে। বনবিৰিণাৰ বুকুত মূৰডাঙি উঠা অসংখ্য কিশলয়ে বতাহৰ পৰশ পায় কঁপি উঠিছে—এই নব প্ৰস্ফুটিত ফুল্ল-কুসুমৰ সৌৰভ আহি সিহঁতৰ নাকত লাগেহি। বাৰীৰ ঢাপত থকা কোনোবা এজোপা গছত পৰি কুলি চৰাইটোৱে তাৰ মৌ মিঠা সুৰে নিৰ্ম্মল আৰু মালতীৰ প্ৰাণগঙ্গাত জোৱাৰ তোলে।

এনে এটা ধুনীয়া নিজম পৰিবেশত দেখা নেদেখা পোহৰৰ মাজত নিৰ্ম্মলে তাইক ওচৰ চপাই আনে—সাৱটি ধৰে—পিপাসিত প্ৰাণে অনুভৱ কৰে—পৰম শান্তি—পৰম তৃপ্তি।

তথাপি মালতীয়ে নিৰ্ম্মলৰ বুকুতে মূৰটো থৈ ক্ষীণ প্ৰতিবাদ তুলি ক'লে,—ককাইটি কালিলৈ বহাগৰ বিহু। গাওঁভুইত উখল মাখল লাগিছে মোৰ ভয় লাগে। তুমি ইয়ালৈকে আহিবা।

—মই যেনেকৈ কৈছোঁ তই তেনেকৈয়ে কৰিবি। তইতো নেজান মই কিদৰে জীৱন পাৰ কৰিছোঁ!

—পদূলি মুখত দেউতাকৰ মাত শুনা গ'ল—আই অ' বৌটিয়েৰ নামঘৰৰ পৰা আহিলনে?

লৰালৰিকৈ নিৰ্ম্মলৰ বাহুবন্ধনৰ পৰা ওলাই আহি গাৰ কানি-কাপোৰ সংযত ভাবে লৈ তাই বাহিৰলৈ ওলায় যায়। তাইৰ বুকুৰ স্পন্দন দ্ৰুত গতিৰে উঠা নমা কৰে। নিৰ্ম্মল কাইটিৰ ভয় নাই, লাজ নাই, তাই মনে মনে ভাবে। কিন্তু প্ৰতিবাদ কৰিবলৈ তাইৰ সাহস নহয়।



নিৰ্ম্মল খনিকৰ। তাই মাটি। খনিকৰৰ হাতত মাটিৰ যি অৱস্থা —নিৰ্ম্মলৰ হাততো তাইৰ সেই একে অৱস্থা। তাই বাহিৰলৈ ওলায় আহি দেউতাকক নিৰ্ম্মল অহাৰ খবৰটো দি তাই ভিতৰ সোমায় গ'ল।

দেবেন মাষ্টৰৰ কপালত ৰেখাকিডাল স্পষ্ট হৈ জিলিকিছে। হয়তো চিন্তা—কত ৰকমৰ চিন্তা—এজন পাঠশালাৰ পণ্ডিতৰ হ'ব পাৰে!

নিৰ্ম্মল ওলায় আহি দেবেন মাষ্টৰৰ ভৰি চুই প্ৰণাম কৰি উঠোঁতেই দেবেন মাষ্টৰে দেখিলে কলিমনে হাতত দুটেকেলি দৈ গাখীৰ লৈ নঙলা খুলি সোমায় আহিছে।

কলিমন দেবেন মাষ্টৰৰ গৰখীয়া।

—দৈ গাখীৰৰ টেকেলি ক'ত পালি কলিমন? দেবেন মাষ্টৰে সুধিলে।

—দেউতা, মৌজাদাৰৰ তেকেলা ভোগৰামে মোক বাটতে পাই দি থৈ গ'ল। মোক কবলৈ কৈ থৈ গ'ল—বোলে চহৰৰ পৰা কোনোবা চাহাব আহিছে, দেউতাৰ লগত চিনাকী আছে—তেখেতে পঠিয়াইছে।

কলিমনে গাখীৰৰ টেকেলি দুটা পীৰালিত থৈ গোহালিঘৰৰ ফালে খোজ ললে।

দৈৰ এই অনাকাঙ্ক্ষত টেকেলি দুটাই দেবেন মাষ্টৰৰ মুখখন আৰু এন্ধাৰ কৰি তুলিলে।

দৈৰ টেকেলি দুটা দেখি মালতীৰো বুকুখন হম্‌হমাই উঠিল। আৰু নিৰ্ম্মলৰ! নিৰ্ম্মেঘ মন আকাশত বিৰিঙি উঠিল মেঘৰ কণিকা। গোহালিটো এনেয়ে চকু ফুৰাই কলিমন গ'লগৈ। দৈৰ টেকেলি দুটা একেঠাইতে পৰি থাকিল।

কিয় জানো কোনো কাৰণ নোহোৱাকৈয়ে নিৰ্ম্মলৰ মনটো বৰ বেয়া লাগিল। এবাৰ যাবলৈকে উঠিছিল—কিন্তু বিহুৰ দিনা এনেকৈ যাব নেপায়, সি জানে। মালতীয়ে বান্ধনী ঘৰৰ পৰা নিৰ্ম্মল আৰু দেউতাকৰ মাজত হোৱা কথা-বতৰাবোৰ শুনিবলৈ চেষ্টা কৰিছিল—দুয়ো এতিয়া আহি ভিতৰৰ খোটালীটোতে বহিছেহি। মাক জেতুকী তেতিয়াও বান্ধনীঘৰত। তাই দুভাগ চাহ কৰিলে। এখন কাঁহীত সজালে, মাকে ভাজি থোৱা বিবিধ পিঠা-লাৰু। পৰম চেনেহেৰে এই সজোৱা জলপান

আৰু চাহ নি নিৰ্ম্মলৰ সন্মুখত থলেগৈ। এবাতি চাহ আনি দেউতাকক দিলোঁহি। মুখ ধুবলৈ দিলে এঘটি পানী আৰু এখন গামোছা।

নিৰ্ম্মলে খাই থাকোতে তেতিয়া দেউতাকে ভাল বেয়া আৰু গুৱাহাটীৰ খা-খবৰ, তাৰ পণ্ডিত সকলৰ অৱস্থাৰ বিষয়ে সুধি আছিল। তেতিয়া তামোল কটাৰ চলেৰে মালতীয়ে মনোযোগেৰে চাই আছিল নিৰ্ম্মলৰ মনোৰম দেহকান্তিৰ পিনে।

দুৰণিৰ পৰা অহা পেঁপাৰ সুৰে তাইৰ মনত দোলা দি যায়। তাইক মাকে বিহু নাচিবলৈ নিদিয়ে। ডাঙৰ ছোৱালীয়ে আজিকালি নাচিব নেপায় হেনো—কিন্তু যোৱা বাৰচোন তাই ঢোলৰ চাপৰকো চেৰ পেলাই দিলে। মাকৰ মনটো দিনে দিনে বুজিব নোৱাৰা হৈ আহিছে তাই। মনৰ বনত কহুৱা ফুলে নাচে—দিছেৰ দিশহাৰা বাৰিষাৰ জলধিৰ দৰে তাইৰ মনলৈ প্লাবন নামে—

নাচনিৰ গাৰে মুগাৰ বিহাখনি
পখিলা উৰাদি উৰে
নাচনিৰ চকুলৈ চাবকে নোৱাৰি
হীৰা কি মুকুতা জ্বলে।

বিহু তলি গৰম। কোনোবা বিহুৱলীয়া ডেকাই প্ৰাণ ঢালি গোৱা মালতীয়ে শুনিবলৈ পালে—মালতীৰ মনটো সেমেকি যায়।—নিৰ্ম্মল যাবলৈ উঠিল। তাইক সুধিলে—'তই নেযাৱ মালতী?'

—ওহোঁ। তাই সজল চকু জুৰিৰে তাৰ পিনে চাই কোনোমতে কলে।

—কিয়?

—বৌটিয়ে কৈছে—মই ডাঙৰ হৈছো, নাচিব নেপায়। মনটো দমি গ'ল নিৰ্ম্মলৰ। তথাপি সি কলে—'বাৰু বৌটিয়েৰে ভাল নোপোৱা কাম তই নকৰায় ভাল'—ইয়াকে কৈ নিৰ্ম্মল বিহুতলিলৈ আগ বাঢ়িল। মনটো তাৰ বৰ উৰুঙা লাগিল। মালতী লগত নেথাকিলে সি নাচিব নোৱাৰিব। তাইৰ লগত নাচিবলৈকেতো সি গুৱাহাটীৰ পৰা লৰি



আহিছে। নিৰ্ম্মল যোৱাৰ পিনে চাই মালতীয়ে ভাবিবলৈ ধৰিলে—যদি সোণপাহী বকুলীহঁতে নিৰ্ম্মলৰ লগত নাচে—। কেনেবাকৈ নিৰ্ম্মল-কাইটিৰ মনটো যদি কোনোবাজনীয়ে চুৰ কৰি লৈ যায় তেন্তে তাইৰ অৱস্থা হ'ব কি? তাইৰ বুকুত জুই জ্বলে।

"মনে কটা সূতাৰে সপোন আচুৰে
বিহুৱান বাচিলৈ শালত
চেনেহৰ শৰাইতে মৰমবোৰ থাপিলৈ
যাছো ঐ বিহুৰে ওলগ"

লগে লগে নাচনীয়ে শিপিনীৰ হাতত মহুৰা ঘূৰা দি ঘূৰিবলৈ ধৰিলে—ঢোল পেঁপা গগনাৰ ঐক্যতানে ৰূপহীৰ মাটি কঁপাই তুলিলে—। তাই অস্থিৰ হ'ল। নিৰ্ম্মলে হয়তো কোনোবা গাভৰুৰ পদুমফুল চকু দুটালৈ ডালিম বুলীয়া ওঁঠৰ পাহিলৈ ঢোলৰ চেৱে চেৱে উঠা নমা কৰা নাৰিকলৰ দৰে বুকুখিনিলৈ তধা লাগি চাইছে!

তাইৰ মাকৰ ওপৰত খং উঠি যায়। গোটেই গাৱেঁ বিহুতলিত বিহুমাৰিবগৈ পাৰে তাইৰ বৌলিকাহেঁ দোষ লাগে।

তাইৰ মনটো ঘৰতো নবহা হ'ল। দুষ্ট উৰনীয়া মনটোক তাইনো বান্ধেই বা কেনেকৈ?

তাই আধা কৰা কামখিনি শেষ কৰিলে। ইয়াৰ পাছত তাই যন্ত্ৰ-চালিতৰ দৰে ভাত-পানী খায় কাঁহীবাতি কিটা পখালি মজিয়াখন অতাই দুৱাৰত ডাং দি শুবলৈ গৈও শুব নোৱাৰি শোৱা-পাটিতে ছট্‌ফটাই পৰি থাকে। দুৰণিৰ পৰা অঁহা পেঁপাই তাইক তেতিয়াও বিহুতলিলৈ ঘনে ঘনে আহ্বান কৰিছে। ঢুলিয়াৰ ঢোলৰ চেৱে চেৱে তাই যেন লৰি যাব বিহুতলিলৈ। এই বিহুতলিতে তাই নিৰ্ম্মলৰ মনৰ খবৰ পাইছিল—এইখন পলসুৱা পথাৰ। জীয়াজীৱনৰ স্পন্দনেৰে এইখন পথাৰ সদায় স্পন্দিত হৈ আছে—থাকিব। অণু অণু কৰি সুৰুযৰ ৰং আহৰণ কৰি বামধেনুৱে ৰূপ লোৱাৰ দৰে ডেকা-গাভৰুৰ প্ৰেম-প্ৰীতিৰে এইখন পথাৰ হৈ পৰিছে—তীৰ্থস্থান। বহু যুগৰ বহুত মৰম চেনেহ-অনুভূতিৰে এই পথাৰৰ প্ৰতি চপৰা মাটি হৈ পৰিছে উৰ্ব্বৰা। হয়তো

সোণপাহী বকুলীহঁতে সিহঁতৰ চেনেহঁতৰ লগত এতিয়া বিভোৰ হৈ নাচিছে। হয়তো সিহঁতে পৃথিবীৰ কথা পাহৰি গৈছে।

এবা, নিশা ভালেখিনি হ'ল। টোপনিও নাহে। এবাৰ পথাৰতে পাক এটা মাৰি আহিলেগৈ কিজানি শুব পাৰিয়েই বা—

নাই—নোৱাৰি যাব। তাই মাকৰ অবাধ্য কোনো কালেই হোৱা নাই। তাই মাকৰ অবাধ্য নহয়।

ইটো কোঠাত মাক আৰু দেউতাক টোপনি গৈছে। তাই এতিয়া গলেও মাকহঁতে গমকে নেপাব। ওহোঁ, তাই নেযায়।

তাইৰ নিৰ্ম্মল তাইৰেই। আন কোনো ছোৱালীৰ লগত নিৰ্ম্মলে পিৰীতি নকৰে। এইবোৰ তাইৰ মনৰ সন্দেহ। কালিলৈ ন-বছৰৰ ন-দিন। ফেহুজালি পৰতে শোৱা-পাটিৰ পৰা উঠি গাটো তিয়াব লাগিব। তাৰ পিছত এশ কাঠিৰে ফুল বাছি থোৱা গামোছাখন লগত লৈ তাই ধনশিৰিৰ ঘাটলৈ যাব। এটা সেৱা অৱশ্যে প্ৰথমেই নিৰ্ম্মল-কাইটিক তাই কৰিব। তেতিয়ালৈ বিহুতলিও চেচা পৰিবগৈ। মানুহবোৰ ভাগৰিব। এবা, নিৰ্ম্মলকাইটি অলপ টেঙৰ হৈছেগৈ।

চিল্‌মিল্‌কৈ টোপনি আহে—ঢোল, পেঁপা-গগনাৰ মাতত পুনৰ সাৰ পায়—তাই পাটিখনতে উঠি বহে। কুলি চৰাইটোৱে তাইক চিনাকি মাতটোৰে কিবা এটা জাননী দি গ'ল। নাই, আৰু তাই শুব নোৱাৰে। গোটেই নিশাটো তাই প্ৰায় নোশোৱাকৈয়ে পাৰ কৰি দিলে—ভয়ঙ্কৰ নিশা এটা তাইৰ মূৰৰ ওপৰেদি পাৰ হৈ গ'ল। তাই উঠি আহি খিড়িকীখনেদি চাই পঠিয়াই দেখিলে—নিমজোপাৰ বহুত ওপৰত শুক তৰাটো তেতিয়াও স্তিমিত ভাবে জ্বলি আছে। পূবফালৰ আকাশখনত কোনোবা অদৃশ্য চিত্ৰকৰে ৰঙা বোলেৰে আলপনা আঁকিছে। ধনশিৰিৰ ওপৰত মেঘ-মালাৰ বিচিত্ৰ সমাবেশ। প্ৰকৃতি তেতিয়াও যেন নিদ্ৰিত। হয়তো—নতুন দিনৰ উন্মনিত বনৰীয়া ফুলে পাপৰি মেলিছে—। অলপ পাছতে সুমধুৰ কল কাকলিৰে বন-বিহঙ্গ কোনোবা দিগন্তলৈ উৰি যাব সিহঁতৰ সৰু সৰু ঘৰবোৰৰ ওপৰেদি—ৰূপহী গাৱঁৰ ওপৰেদি। অলপ পাছতে পথাৰৰ খাল-দোং-বিলত বগলীয়ে মাছৰ বাবে খাপ দিবগৈ। গৰু, গাই, ছাগলী, হাঁহ-পাৰ সকলোবোৰ গতানুগতিক ভাবে গোহালি



আৰু গৰালৰ পৰা ওলায় যাব পথাৰলৈ, বিললৈ। আৰু পূব আকাশত যেতিয়া ন-সূৰ্য্যে হাঁহিব তেতিয়া শুক-তৰাটো কোনোবা দিগন্তত লীন হৈ যাব।

তাই লৰালৰিকৈ উঠি চোতাল সাৰিলে। দেউতাকে গাইজনী সদায় খীৰায়। তাই কৰিয়াটো গোহালি ঘৰৰ বেৰত ওলোমাই থলে। আজি আৰু নৈত জোবোবা মাৰিবলৈ সময় নহ'বগৈ। তাই আগদিনা আনি থোৱা পানীখিনিৰেই গাটো তিয়াই মুগাৰ ৰিহা-মেখেলা জোৰ পিন্ধিলে। দেউতাক চহৰলৈ যাওঁতে আনি দিয়া কজলা বৰনীয়া ব্লাউজটো তাইৰ বুকুত ফিটফিটিয়াকৈ খাই পৰিছে। সাপনেজীয়া ক'লা চুলিখিনি লৰালৰিকৈ ফণিয়াই আগদিনাই আনি থোৱা কপৌফুল পাহ খোপাত গুজি দিলে। হাত দুখনত জেতুকাৰ বোল লাগি ইতিমধ্যে ৰঙা হৈছেই। তাই এইখিনি কাম দ্ৰুত গতিৰে কৰি মৰমৰ দীঘ দি চেনেহৰ বানি দি বোৱা এশ কাঠিৰ ফুল বছা গামোছাখন ৰিহাৰ আচলেৰে ঢাকি ললে। তাই নিজৰ শোৱা কোঠাৰ দুৱাৰখন সতৰ্ক ভাবে জপাই কলহ আৰু লোতালৈ পিছফালৰ বাঁহবনৰ ভিতৰেদি যোৱা লুঙলুঙীয়া পথটোৰে খৰকৈ ধনশিৰিৰ পাৰলৈ আগবাঢ়িল। প্ৰাপ্তিৰ সম্ভাবনাৰে মনটো উপচি পৰিছে। প্ৰাণৰ মানুহজনক তাই অজস্ৰ মৰম ঢালি শ্ৰদ্ধা ঢালি সেৱা কৰিব—ঈশ্বৰক মিনতি কৰিব লাগিব—তাইৰ নিৰ্ম্মলকাইটিক যেন কুশলে ৰাখে।

বিহুতলিত বিহুমাৰি থকা ডেকা-গাভৰুহঁত হয়তো এতিয়াও টোপনিত। গাওঁখন এই মুহূৰ্ত্তত নিজম নিস্তব্ধ। কৰবাৰ পৰা এজাক অঘৰী বতাহে তাইৰ শৰীৰত শিহৰণ তুলি দি যায়। মনত তাইৰ আনন্দৰ কল্লোল। কিন্তু ধনশিৰি এতিয়াও যেন গভীৰ টোপনিত। পানীৰ বৰণ এতিয়াও অস্পষ্ট। সূৰ্য্য ওলালেই বিচিত্ৰবৰণে ধনশিৰিত ঢৌ খেলিব। পাৰৰ বালি তেতিয়াও সেমেকা। আগদিনা বৰষুণ হৈছিল। সূৰ্য্যে সোণোৱালী কাঠিৰে ধনশিৰিক চুই দিলে ধনশিৰিত যেন প্ৰাণৰ জোৱাৰ উঠিব। পাৰৰ বালিত চিক্‌মিক্‌ বালিচন্দাই নৃত্য কৰিব। ধনশিৰিৰ পাৰত অ'ত ত'ত দুই এখন চুচীয়া নাও। মাছ-মৰীয়াৰ হয়তো। বিহুৰ কিদিন সিহঁত মাছলৈ নেযায়। দুটা দিন

বছেৰেকৰ মূৰত আহে। তাৰ বাবেইতো উত্তাল তৰংগ নেওচি, ধনশিৰিৰ পৰ্ব্বত প্ৰমাণ ঢৌ ফালি বাৰিষাৰ বলীয়া ঢলক অতিক্ৰম কৰি ইহঁতে মাছ মাৰে। ধন ঘটিব, হেঁপাহৰ ঘৰখন চেনেহ ঢালি গঢ়ি তুলিব—বিহুৰ উৎসৱত প্ৰাণ ঢালি আনন্দ কৰিব। দুটা দিনত লোকচানেই বা হয় কিমান?

সেমেকা বালিত খোজৰ চিন বহুৱাই মালতী আগবাঢ়ে। গাওঁখনলৈ ভয়েৰে এবাৰ উলটি চায়। এৰা, এতিয়াও সকলো শুই আছে। সূৰ্য্য যেনিবা সাগৰ তলিত। পোহৰৰ দুই এটা বঙা ফিৰিঙতি আহি পূব আকাশত লাগিছেহি। তাই আকৌ খোজ লয়। তেতেলি জোপা এতিয়া দেখা পোৱা গৈছে। এইজোপা গছ তাই কেইবাদিনো দেখা নাছিল। বিহুৰ আগৰ কেইদিন ফুৰাহে নেলাগে মৰিবলৈও তাইৰ আজৰি নাছিল।

তেতেলি জোপাৰ পাতবোৰ গাঢ় সেউজীয়া হৈ পৰিছে।

সন্মুখত চকুৰে দেখালৈকে কেৱল ধনশিৰিৰ পানী। দিগন্তৰ গাতে লাগি থকা বিস্তিৰ্ণ গভীৰ নীলা পৰ্ব্বতমালা তেতিয়াও এন্ধাৰৰ মাজতে নিমজ্জিত। এছাটি বতাহে ধনশিৰিৰ পানীবোৰ কপায় থৈ যায়। পাৰৰ বননীত উঠে জিৰ জিৰ শৰদ—বতাহৰ।

তাই বিহ্বল হৈ ওখ গৰাটোৰ পৰা তললৈ চালে। নাই—তাত কোনো নাই। কিজানি নিৰ্ম্মলকাইটিৰ টোপনি ভগাই নাই—!

কিজানি নিৰ্ম্মলকাইটিয়ে যোৱা সন্ধিয়াৰ প্ৰতিশ্ৰুতি পাহৰি গৈছে! কিজানি কোনোবাজনীৰ.........

নাই—তাইৰ নিৰ্ম্মলকাইটি বিশ্বাসঘাটক নহয়। নিৰ্ম্মলকাইটিয়ে তাইক প্ৰবঞ্চনা নকৰে। বুকুত অনুকম্পালৈ তাই তেতেলি জোপাৰ তল পালেগৈ।

তাই ডিঙি মেলি মেলি বহুত পৰ চোৱাৰ পাছত দেখিলে এঠাইত নিৰ্ম্মলে জুপুকা মাৰি বহি থকা। তাইৰ মনটো ফৰকাল লাগি যায়। তাই নিৰ্ম্মলৰ ফালে আগবাঢ়ি আহি দেখিলে সেইটো গছৰ মুঢ়াহে। এন্ধাৰৰ বাবেই ভুল হৈছিল। তাইৰ বৰ ভয় লাগিল। তাই উভতিৰ খুজি এবাৰ দেখিলে উদং নাও এখনৰ ওপৰত বহি বৰশী টোপাই তাইৰ নিৰ্ম্মলকাইটি বহি আছে। বুকুখন ঢক্ কৰি উঠিল। যদি সেইয়া



নিৰ্ম্মলকাইটি নহয়, যদি সেইয়া দেউতাকলৈ যোৱা নিশা দৈৰ টেকেলি পঠোৱা মানুহজনে হয়, তেতিয়া? এনেকুৱা এটা সুন্দৰ দিনৰ আৰম্ভনিত এনেকুৱা অমংগলীয়া চিন্তা কৰিব নেপায়; তথাপি মনক লেগাম দিব নোৱাৰি।

নাওখনত থকা মানুহজনে উভতি চালে। তাইক দেখা পোৱা মাত্ৰকে জাপ মাৰি নাওখনৰ পৰা নামি বৰশীৰ চিপডাল থৈ তাইৰ ফালে আগবাঢ়ি আহিল। এৰা, এইয়া তাইৰ নিৰ্ম্মলকাইটি। মনৰ সন্দেহ তাইৰ দূৰ হ'ল। তাই কলহ কিটা তেতেলিৰ তলতে থ'লে। মানুহজন তাইৰ ফালে উঠি আহিল। লাহে লাহে তাইৰ ওচৰ চাপি আহিল। যৌৱন মাধৱী-নিশাৰ বুকুৰ মাধুৰী সানিলৈ মৃদু মৃদু পোহৰত আগন্তুকে মালতীৰ মুখত প্ৰণয়ৰ চুমাটিৰে বিহুৰ সম্ভাষণ জনালে। মৰমৰ পৰশত মালতীৰ উত্তপ্ত পৰাণ জুৰ পৰিল। তাই বিহুৱানখন তাৰ হাতত দি টুপুৰ কৰে তাই তাৰ ভৰিত পৰি সেৱা কৰিলে। আৰু নিৰ্ম্মলে তাইক আৰু কাষ চপাই আনে। সময়ৰ সোঁত বলি যায়। মধু লগন শেষ হৈ যাব। কথা নাই কাৰো কণ্ঠত। দুয়ো মাথোঁ অনুভৱ কৰে শিৰে শিৰে মধুৰ শিহৰণ। হেঁপাহেৰে ইটিয়ে সিটিক সাৱটি ধৰি পাহৰি যায় ভূত-ভৱিষ্যত।

তাইক ধৰি নি নিৰ্ম্মলে নিজৰ কোট চোলাটো বালিৰ ওপৰত পাৰি দি বহুৱালে। চেনেহৰ চাৱনিৰে নিৰ্ম্মলে মালতীৰ পিপাসু অন্তৰত অমিয়া বৰষিছে। সোণালী সপোনে সিহঁতক আৱৰি ধৰিছে। এটি নিৰল পুৱা। বিহুৰ পুলক লগা প্ৰভাতী সমীৰে ধনশিৰিক দোলা দি যায়—লগে লগে দুলি উঠে সিহঁতৰ মনবোৰ। সন্মুখত বিশাল ধনশিৰি, পাৰত সেউজীয়া বন-বিৰিণা আৱৰি থকা ৰূপহী গাওঁ, ওপৰত উদাৰ নীলা আকাশ আৰু পূৱ ফালৰ বঙা হৈ উঠা দিগন্তৰ মাজতে দুয়ো দুয়োৰে ফালে লাজ লাজকৈ চায়। আকাশৰ স্তিমিত ভাবে জ্বলি থকা শুক-তৰাটো তেতিয়া নীলিমাৰ মাজত হেৰায় গৈছে। কেই চপৰামান শিমলু তুলা যেন মেঘ আকাশ পথেদি উৰি যায়।

নিস্তব্ধতা ভংগ কৰি নিৰ্ম্মলে তাইৰ থুতৰিত আলফুলকৈ ধৰি সোধে—কেনে লাগিছে?

তাই তাৰ বুকুত আউজি তাৰ কামিজ চোলাটোৰ বুতামটো পিতিকি থাকি বৰ লাহেকৈ কয়—ভয় লাগিছে।

—কিয়? আচৰিত হৈ নিৰ্ম্মলে সোধে।

—কোনোবাই দেখিলে কি হ'ব।

—দেখক, কিনো নকৰা কামটো কৰিছোঁ। তোক মই ভাল পাওঁ, তইও মোক ভাল পাৱ—পঢ়াশুনা আহিলে মই তোক বিয়া কৰাম, বচ।

—তুমি কথাবোৰ পাতলকৈ লোৱা—। কিন্তু গাৱঁত থাকিলে......

—থ তোৰ কথা। তই মোক যদি ভাল পাৱ তেন্তে কাৰ সাহ আছে বাধা দিবৰ। তোৰে মোৰে মন মিলিলেই হ'ল।

—কিন্তু ককাইটি.........

—আকৌ কিন্তু কি? মই নুশুনো তোৰ কথা। তই বিহুৰ পাছতে চহৰলৈ যাব লাগিব। তই পঢ়াশুনা কৰিব লাগিব। এইটো আধুনিক যুগ। এইটো যুগে পৃথিবীত বিস্ময় আনিছে। এই যুগতেই মানুহে জোনলৈ যাবলৈ প্ৰচেষ্টা চলাইছে। জোনলৈ যাবলৈ যি যন্ত্ৰ সজা হৈছে —সেই যন্ত্ৰও আমাৰ লেখিয়া মানুহেই সাজিছে। পঢ়াশুনা নেজানিলে আজিকালি লাজ পাব লাগে।

তাই নিৰ্ম্মলৰ কথাবোৰ শুনিবলৈ ভাল পালেও বুজিবলৈ টান পায়। ইতিমধ্যে নিৰ্ম্মল ককাইটিয়ে বহুত কথা শিকিছে তাই ভাবে।

আৱেশত পৰি থাকোঁতেই স্নিগ্ধ সোণোৱালী কিৰণে পৃথিবীক ঢৌৱাই দিলেহি। কৰবাৰ পৰা বনৰীয়া ফুলৰ সৌৰভ আহি সিহঁতৰ নাকত লাগেহি। তেতেলি জোপাত কপৌটোৱে বুণ দিয়ে—হয়তো লগৰী বিচাৰি। কোনে জানে তাৰ লগৰী আহিবনে নাহে!

কিয় জানো মালতীৰ বুকুখনত বিষ উঠে। কপৌৰ বিননিয়ে হয়তো তাইৰ মনত বেদনাৰ বোল সানি দিয়ে। হিৰণ কিৰণৰ মাজেৰে নিৰ্ম্মলে মালতীজনীলৈ এবাৰ চাই পঠিয়ায়—তাই ইতিমধ্যে ৰূপহীজনী হৈ পৰিছে। কেচ বছা মুগাৰ ৰিহা, লিপিট খায় ধৰা মেখেলা আৰু কজলা-বৰণৰ ব্লাউজটোৱে তাইৰ সৌন্দৰ্য্য বঢ়াইছে। ৰাতিপুৱাই অহাৰ লগে লগে নামঘৰত উমাকান্তই চাকি দিছে—প্ৰভাতীৰ স্তোত্ৰ পাঠৰ মধুৰ সুৰ আহি সিহঁতৰ কাণত পৰেহি।



নামঘৰটো চোৱাচিতা কৰিবলৈ গাৱঁৰ ৰাইজে মিলি উমাকান্তক ৰাখিছে। নামঘৰটোৰ গাত লগাকৈ উমাকান্তক থাকিবলৈও ৰাইজে এটা ঘৰ সাজি দিছে। উমাকান্তৰ ঘৰ কামৰূপৰ পলাশবাৰীত। আপোন বুলিবলৈ উমাকান্তৰ কেওঁ নাই। পূৰ্ব্বপুৰুষ সকলে গোৱালপাৰাৰ বগৰীবাৰীৰ মহামায়া থানত পূজাপাতি দিছিল। এই গোঁসানীৰ কালিকা অপাৰ। মন্দিৰৰ পূজাৰীৰ হাত লৰ হলেই গোঁসানীৰ কোপত পৰে। কোনো হয় নিৰ্ব্বংশ, কোনো হয় বুগীয়া। কোনোজনৰ ঘৰ-বাৰী উচ্চন্ন যায়। দেৱীৰ ওচৰত প্ৰাৰ্থনা কৰিলে প্ৰাৰ্থনা পূৰণ হয়। বগৰীবাৰীৰ জমিদাৰ সকলৰ দিনত আই গোঁসানীৰ পূজা হৈছিল মহাপয়োভৰেৰে। হাঁহ পাৰ ছাগলী আদি জীৱজন্তুৰ বলিৰ তেজেৰে মহামায়াৰ থানত ৰক্তগংগাৰ প্ৰবাহ হৈছিল। বাপেকৰ উত্তৰাধিকাৰী হৈ উমাকান্তও তালৈ আহিছিল। সৰুৰে পৰা উমাকান্ত আছিল উদাস আৰু নৈষ্ঠিক। মহামায়া থানত বলিৰ প্ৰকোপ দেখি তেওঁ বিতত হ'ল।

সম্বন্ধীয়া ভাগিনিয়েকক তেওঁ মহামায়া থানৰ ভাৰ দি তাৰ পৰা বিদায় লৈ দিহিঙে দিপাঙে ঘূৰি ফুৰি শেহত ওলালহি ৰূপহী গাওঁ।

কিয় জানো ধনশিৰিৰ পাৰৰ উলুৱনি ঘন বৰ্নাৱিৰণাই ঘেৰা নিৰল গাওঁখনি তেওঁৰ ভাল লাগিল। গাৱঁৰ গাওঁবুঢ়াই উমাকান্তৰ পৰিচয় ললে। লগে লগে তেতিয়াৰে পৰা আজিলৈকে পৰম শ্ৰদ্ধাৰে আৰু নিষ্ঠাৰে উমাকান্তই নামঘৰৰ সকলো অনুষ্ঠান সুকলমে সমাধান কৰি আহিছে। নিৰিহ আৰু ধাৰ্ম্মিক বাবে ৰাইজেও উমাকান্তক চেনেহ কৰে। বৰাগী পুৰুষ উমাকান্ত।

নামঘৰৰ পৰা অহা মধুৰ স্তোত্ৰে সিহঁতৰ তন্ময়তা দূৰ কৰে। মালতীয়ে কয়—ককাইটি, আজিলৈ তেনেহলে আহোঁ?

—এৰা, আজি বিহু—তোক যে এৰিবলৈকে টান লাগিছে অ'।

অদূৰত গাভৰুহঁতৰ স্বতস্ফূৰ্ত্ত আনন্দভৰা কথা-বতৰা হাঁহি-তামছাৰ লহৰ আহি সিহঁতৰ কাণত পৰেহি।

এৰা, গাওঁখনে সাৰ পাইছে।

—ককাইটি, আজি আমাৰ ঘৰলৈ আহিবা দেই।

—তই জানো মাতিব লাগে আজলী?

আৰু এবাৰ, আৰু এবাৰ সি মালতীক তাৰ বাহু বন্ধনৰ ভিতৰত বৰ জোৰেৰে আবন্ধ কৰি—তাইৰ ওঁঠৰ পাহি দুটালৈ বৰ হেঁপাহেৰে দৃষ্টি নিবন্ধ কৰি সি কয়—যাগে।

শিথিল হৈ অহা বাহুবন্ধনৰ পৰা নিজকে উন্মুক্ত কৰি তাই তেতেলিজোপাৰ তলৰ পৰা কলহ আৰু লোতাটো লৈ এখোজ দুখোজ কৰি পানীলৈ নামি যায়। পানীখিনি ভৰায় লৈ তাই লাহে লাহে উঠি আহি অহাবাটে খোজ লয়। দূৰৈৰ পৰা মিচিকি হাঁহিটোৰে তাই এবাৰ নিৰ্ম্মললৈ উভতি চায়—নিৰ্ম্মলে তেতিয়া বৰশীৰ চিপডাল লৈ নাৱত বহিছেগৈ—কামিজ চোলাটোৰ ওপৰত তাই দিয়া ফুলাম গামোছাখন টঙালিৰ দৰে বান্ধি লৈছে।

মন তাইৰ তৃপ্তিত ভৰি গৈছে।

নিৰ্ম্মল বিভোৰ।

কিন্তু কোনেও গম নেপালেও সিহঁতৰ সকলো কাৰ্য্যকলাপ অলক্ষ্যত থাকি এজনে লক্ষ্য কৰি আছিল। এজনৰ হিংসুক অগ্নিবৰ্ষী দৃষ্টিত সিহঁতৰ সকলো আনন্দ আশ্বাস চুৰমাৰ হৈ যাব—বিধতাৰো হয়তো ইচ্ছা ইয়াকেই আছিল। নহ'লে এনেকুৱা এটা উৎসৱত ধূমকেতুৰ দৰে চহৰৰ চাহাবজন ক'ৰ পৰা আহি মৌজাদাৰৰ ঘৰত আলহী হ'বহি!

বিহু উৎসৱ উলহ-মালহেৰে শেষ হৈ যায়। বিহুৰ মাদকতাত বছৰটোৰ দৈন্যতা, দুঃখ, ব্যাধি, অসুখ-অশান্তি সকলো পাহৰি সিহঁতে নতুন বছৰটোক আনন্দোচ্ছ্বাসেৰে আকোৱালি লয়—ঘৰে ঘৰে বাজি উঠে সেই সনাতন সুৰ। সেই সুৰে বহাগৰ আকাশত আশাৰ মৌচুম সৃষ্টি কৰে—সৃজনৰ উন্মাদনাৰে এই সৰু সৰু মানুহবোৰ উত্ৰাৱল হৈ পৰে। প্ৰকৃতিৰ বুকুত বিৰিঙি উঠে অযুত কিশলয়—বিচিত্ৰ মঞ্জৰী।

নিৰ্ম্মলো গাৱঁৰ পৰা যাবলৈ বুলি সকলোৰে পৰা বিদায় লৈ নাৱত উঠিলগৈ। তাৰ মনটো বেয়া লাগিছিল। ঘৰৰ মানুহবোৰৰ পৰা পোৱা মৰম চেনেহবোৰকে লৈ চহৰত দিন পাৰ কৰিব লাগিব। চহৰত মৰম নাই আছে মৰণ। চহৰত মন নাই আছে দেহ, চহৰত পথাৰ নাই আছে কাৰখানা, মিল—ময়দা, কাঠৰ, চিমেণ্টৰ।

তথাপি চহৰলৈ সি যাবই লাগিব। সি ডাঙৰ মানুহ হ'ব লাগিব।



গাওঁখনৰ বহুত অভাৱ-অভিযোগ আছে। হস্পিতেল নাই, ডাক্তৰ নাই, স্কুলঘৰ নাই, ভাল পানীৰ ব্যৱস্থা নাই—এশ এটা অভাৱত গাৱঁলীয়া বাইজৰ অৱস্থা অতি শোচনীয়। বেমাৰ এজাৰত এফালৰ পৰা মানুহ মৰি গলেও ডাক্তৰ পাবলৈ নাই। বলেন বেজৰ দেৱাই খায় বহুতৰ হওঁতে গা খন্তেকলৈ তজবজীয়া হলেও ৰোগে একেবাৰে এৰি নেযায়। মালতীৰ দেউতাক দেবেনে সেই হাঁপানী বেমাৰটোতে কম দুখ পাইছেনে? আঘোনা কাইবো সেই একেটা অসুখ। বুঢ়া-চামে ৰোগ দূৰ কৰিবলৈ এতিয়াও লুকাই চুৰকৈ কানি খায়। কানি গাৱঁলৈ চালান দিবলৈ তলাতলি বাটো মহাজনে বান্ধিছে। মহাজনৰ চোৰাং কাৰবাৰত লাভ ভালদৰে হয়। গঞাবাইজে মহাজনক খাতিৰো কম নকৰে। কেতিয়াবা দেশৰ নেতা দুই এজনকো মহাজনে আপ্যায়িত কৰা নিৰ্ম্মল দেখিছে। সি বহুত কথায় ভাবে। ধনশিৰিৰ বুকুৰেদি সিহঁতৰ নাওখন আগবাঢ়ি গৈ থাকোঁতে সিপাৰৰ গাওঁখনি ক্ৰমে ক্ৰমে সৰুহৈ গৈ নেদেখা হ'লগৈ।

হঠাতে এবাৰ আহি ইঞ্জিনটো বন্ধ হ'ল। যাত্ৰীৰ মাজত হৈ চৈ লাগিল। ঘাট পালেহি। এতিয়া গোলাঘাটলৈ যোৱা বাচত উঠিবগৈ লাগিব।

মৌজাদাৰৰ ঘৰৰ সেই আলহীজন আহিছিল ধনশিৰিৰ ওপৰত দলং দিবলৈ কিমান লোক-লস্কৰ, টকা-পয়চা লাগিব তাৰে এটা মোটামুটি হিচাব কৰিবলৈ। এওঁ আছিল পি, ডব্লিউ, ডি ডিপাৰ্টমেণ্টৰ এজন অভাৰচিয়াৰ। মালতীৰ মোমায়েক দুটিৰামৰ দোকানতে অহা যোৱা কৰোঁতে চাহ তোপা তামোলখন খায়। দুটিৰামৰ মুখেৰেই অভাৰচিয়াৰ কেশৱকান্তই মালতীৰ খবৰ পাইছিল। দুটিৰামৰো ইচ্ছা দুপয়চা লাভ কৰাৰ। নহলে তেওঁৰ দোকানতে বহি চেৰাপৰ বটলৰ পানী পিয়া মানুহ-জনক ভাগিনিয়েকক দিবলৈ কেতিয়াও আগ বাঢ়িব নোৱাৰিলেহেঁতেন। মানুহ বিহুৰ দিনা নিশাচৰৰ দৰে এঁৱেই নিৰ্ম্মল আৰু মালতীৰ আলেঙে আলেঙে থাকি সকলো কাৰ্য্যকলাপ লক্ষ্য কৰি আছিল। ইতিমধ্যে এজনী তিৰোতাৰ কেশৱে মূৰ খাইছে। এতিয়া কেশৱকান্তৰ ইচ্ছা মালতীৰে ঘৰ পাতে। সহায় কৰিবলৈ আছেই ঘটক দুটিৰাম। মালতীৰ খবৰ পাবৰে পৰা কেশৱকান্তৰো দুটিৰামৰ দোকানলৈ আহ-যাহ ঘন হৈ

আহিবলৈ ধৰিলে। কেশৱকান্তই নৈৰ পাৰত যি দেখিছিল সঁচাই মিছাই সকলো গৈ দুটিৰামক কলেগৈ। দুটিৰামে তাৰ কুটিল হাঁহিটো মাৰি মাথোঁ কেশৱক তাৰ ওপৰত আস্থা ৰাখিবলৈ কলে।

মানুহক প্ৰবঞ্চনা কৰি কৰি দুটিৰামৰ হিয়াখন শিল হৈ গৈছে। মালতীক কিবা ৰূপে কেশৱকান্তলৈ দিব পাৰিলে তাৰ দোকানৰ অৱস্থা টনকিয়াল হ'ব—সি এই কথা জানে। দোকানত খৰিদ্দাৰ কোনো নেথাকিলে গাদীখনত বহি বিড়ীটো হুপি দুটিৰামে চিন্তা কৰে কাক কেনেকৈ কৌশলেৰে ঠগিব পৰা যাব।

সি বৰ মৰম লগাকৈ দেবেন মাষ্টৰলৈ লিখে মালতীক সোনকালে পঠিয়াই দিবলৈ। চিন্তা কৰিবৰ কাৰণ একো নাই। মামীয়েক আছেই। ঘৰত তেনে লেঠাও একো নাই। একো অসুবিধা নোহোৱাকৈয়ে মালতী স্কুললৈ অহা-যোৱা কৰিব পাৰিব।

নিৰ্ম্মলৰ আদেশ, মাক জেতুকী আৰু দেউতাকৰ আশীৰ্ব্বাদ লৈ দেউতাকৰ লগতে মালতী এদিন দেৱগাৱঁলৈ বুলি যাত্ৰা কৰিলে।

গাৱঁৰ ছোৱালী। বয়স চাই তাই কম পঢ়িছে। তথাপি তাই নাম লগালে। লিখাপঢ়া অধিক জানিয়েই বা লাভ কি! ধান বানোতে, মৰণা মাৰোঁতে, কেচুৱা পাওঁতে তাইৰ দিন উকলিব।

দেবেন মাষ্টৰ গ'লগৈ। তাই যেন নিঃসহায় হৈ পৰিল। দেহি বেমাৰী বাপেকতো! মাকজনীয়ে অকলে অকলে বৰ কাম কৰিব লাগিব। দেৱগাৱঁৰ এই গোলমলীয়া পৰিস্থিতিৰ মাজতে তাইৰ মনটো উৰি গ'ল ধনশিৰিৰ পাৰলৈ, কহুৱা কুশফুলে নাচি থকা বালিৰ চাপৰিকিটালৈ, তামোল, পাণ, নেমু, জলফাই গছেৰে ভৰি থকা বাৰীখনলৈ, আৰু তাই জ্ঞান হ'বৰে পৰা নিতৌ চিকুনাই অহা গোহালিটোলৈ। এতিয়া ছাগৈ কলিমনে গৰুকিটা আনি গোহালিত সুমুৱালেহি। হয়তো অলপ পাছতে উমাকান্তই নামঘৰত বন্তি জ্বলাব, ডবা শংখ বজাব—আৰু সন্ধিয়াৰ আৰতি কৰিব। তাই তন্ময় হৈ থাকোঁতে মৰম সনা হাত এখনৰ পৰশত তাই চক খায় উঠে—এইয়া মোমায়েকৰ লৰা গোপাল। গোপাল তাইতকৈ বছৰেকৰ ডাঙৰ। তাইৰ চকুৰ পৰা চকুলো সৰে। গোপালে তাইক সোধে—তই কান্দিছ কিয়?



তাই উত্তৰ দিব নোৱাৰে।

—পঢ়িৰি শুনিবি কথা শিকিবি। মই আছোঁ কিবা লাগিলে কবি। মনটো তাইৰ ভাল লাগি যায়। গোপালে তাইক মৰম কৰিব, সহায় কৰিব। 'কেইদিনমান মইয়ে তোক স্কুলত আগবঢ়াই থৈ আহিম। তই সোনকালে ওলাবি।'

বেচেৰা গোলাপে যদি দেউতাকৰ ষৰযন্ত্ৰৰ কথা জানিলেহেঁতেন! পিছদিনাৰ পৰাই তাই নতুন জীৱনত নিজকে খাপ খুৱাবলৈ উঠি পৰি লাগিল। মাজে সময়ে দেউতাকৰ কাহটো তাইৰ চেৰেংকৈ মনত পৰি যায়। মাকজনীও বয়সৰ লগে লগে নিশকতীয়া হৈ আহিছে। নাই, তাই এই বছৰটো পঢ়ি উভতি যাব। মাক দেউতাকৰ যতন লবলৈ ঘৰত দ্বিতীয় প্ৰাণী নাই।

কেইদিনমানলৈ তাই নিৰ্ব্বিঘ্নে স্কুললৈ অহা যোৱা কৰিছিল। কিন্তু পাছলৈ মামীয়েকে ইটো কৰ সিটো কৰ বুলি তাইৰ মূৰত ঘৰুৱা বনবোৰ জাপি দিবলৈ ধৰিলে। মামীয়েক শোৱাৰ পৰাও বেলিকৈ উঠা হ'ল। গতিকে পুৱাৰ চাহ জলপানৰ লেঠা তাইৰ মূৰত পৰিল।

মালতী, মোৰ গাটো ভাল লগা নাই—ভাতকিটা তইয়ে বহাই দে, মালতী মোমায়েৰৰ কামিজচোলাটোত তাপলিটো তইয়ে মাৰি দে, মালতী, গধুলিকৈ সবাহ—পকামিঠৈৰ বাবে চাউল কেইটামান খুন্দ। ইয়াৰ মাজতে তাই স্কুললৈ যায়। কেতিয়াবা দেৰী হৈ যায়। সেইদিনা তাইৰ আৰু স্কুললৈ যোৱা নহয়। সেইদিনা তাই লুকায় লুকায় কান্দে। তাইক দেউতাকে দুটিৰামৰ ঘৰত থলেও তাই জানে তাইৰ বাবে দেউতাকে চাউল, মাহ, শাক-পাছলি আৰু গুৰৰ কলহ মোমায়েকৰ ঘৰত থৈ গৈছে। অকল কিবা এয়েইনে? মোমায়েকৰ হাতত ৰূপ দহ টকা তাই দিয়া দেখা নাই জানো? তথাপি তাইক মামীয়েকে বান্দীৰ দৰে খটুৱাইছে। দেউতাকৰ আৰ্জ্জন বেছি নাই। যি পাৰিছে দিছে আৰু দিব। ঘৰত জানো তাই বন নকৰে! কিন্তু ঘৰত কৰা আৰু ইয়াত কৰা বহুত বেলেগ কথা।

কেশৱে প্ৰায় প্ৰতিদিনেই দোকানলৈ চাহ-পাত, চেনী আদি পঠিয়াই আছে। চল পালেই মালতীক চায় যায়। তাইক দেখা পাবলৈ কষ্ট

কৰিব নেলাগে। স্কুললৈ যোৱা বা অহাৰ সময়ত বৈ থাকিলেই কেশৱৰ মনোবাঞ্ছা সিদ্ধি হয়। ইপিনে বুপহীত দেবেন মাষ্টৰৰ ঘৰত লৰাৰ দৰে হৈ পৰিছেগৈ। দেবেন মাষ্টৰৰো লাহে লাহে কেশৱলৈ মৰম লাগি আহে। ইমান নিঃস্বাৰ্থ ভাবে আজি কালি কোনেও কাকো মৰম নকৰে —মাষ্টৰে ভাবে। কাহটোও মাষ্টৰৰ লাহে লাহে বেছি হৈ আহিছে। দেৰাই পানীৰ ব্যৱস্থা সহজে গাৱঁত হোৱা টান। কেশৱে কিন্তু বাতিক দিন কৰি দেবেন মাষ্টৰৰ শুশ্ৰূষা কৰিলে, দেৰাই পানী খুৱালে। ইফালে ধনশিৰিৰ ওপৰত দলং সজা কামো ধীৰে ধীৰে আগবাঢ়িবলৈ ধৰিলে। সিপাৰে নৈৰ ঘাটৰ কাষত দুই এখন চালি, দুটা এটা তম্বু ইতিমধ্যে উঠিছে। দলং সজা কাৰিগৰবোৰ ইয়াতে থাকিব। মানুহ, যানবাহন, লোহা লস্কৰেৰে নৈৰ নিজান পাৰ খলক লাগিল। মাজে মাজে দেশী বিদেশী চৰকাৰী বিষয়া আহে কিবা চায়—কিবা কয়—কিবা লিখে। দলং সম্পূৰ্ণ হবলৈ কমেও দুবছৰ লাগিব। সকলো বস্তু যেতিয়াই তেতিয়াই পোৱা নেযায়।

নিৰ্ম্মলে কাগজে পত্ৰই এই খবৰ পাইছে—অৱশেহত চৰকাৰে বাইজৰ মিনতি শুনিলে—ধনশিৰিত দলং হ'লে বাইজৰ শত-আহুকাল দুৰ হ'ব। নিৰ্ম্মলৰো মনটো ভাল লাগে। নিজৰ গাওঁখনৰ উন্নতি হ'লে কোনে ভাল নেপায়! নিৰ্ম্মলে আই. এচ. চি. পাছ কৰিলেই বৰবাৰীত ডাক্তৰী পঢ়িবলৈ যাব। মালতী দেৰগাৱঁত থাকিয়েই পঢ়িব।

দুটিবাম বহি থকা নাই, বহি থাকিবলৈ কেশৱে নিদিয়ে।

দেবেন মাষ্টৰলৈ চিঠি লিখে দুটিবামে।

"মালতী আবিয়ৈ ছোৱালী। আপোনালোক দুয়োৰে গা মুৰ বেয়া। আপোনালোকে ইচ্ছা কৰিলে কেশৱকান্তলৈ তাইক দিব পাৰে। কেশৱৰ ঘৰ দুৱাৰ ভাল। সিয়ো তাইক বিয়া কৰাবলৈ ইচ্ছুক। ভাবি চিন্তি চাই কিবা এটা ব্যৱস্থা কৰি মোক জানিবলৈ দিব।"

দেবেন মাষ্টৰে যেন অলপ সকাহ পালে। নিজৰ শৰীৰটোৰ ওপৰত দেবেন মাষ্টৰৰ দিনক দিনে আস্থা নোহোৱা হৈ আহিছে।

কিন্তু নিৰ্ম্মল? চিন্তাত আউল লাগি যায়।



জেতুকীয়ে কিন্তু ক'লে মই ছোৱালীক নোশোধাকৈ একো ক'ব নোৱাৰোঁ। মই যিমান দুৰ জানো তাই নিৰ্ম্মলকেই...........

জেতুকীৰ মুখৰ পৰা কথা কাঢ়ি আনি দেবেনে গৰম সুৰে ক'লে —থ তোৰ নিৰ্ম্মলৰ কথা। ইমান দিন পাটিত পৰি থাকিলো, আথৰ এটাকে সি দিলে জানো? ইপিনে কেশৱলৈ চা, সি বাতিক দিন কৰা নাইনে?

—লৰাটোলৈ জানো বেমাৰৰ খবৰ দিছিল?

—মনে মনে থাক। শোধা পোছা কিহৰ? মোৰ ছোৱালীৰ মই কিবা অহিত চিন্তোনে?

ইয়াৰ ওপৰত মাত মাতিবলৈ জেতুকীৰ সাহ নাই। বিয়াৰ যা-জোগাৰ কৰিবলৈ ধৰিলে দুয়ো পক্ষই।

নিৰ্ম্মল মালতী কোনেও গমকে নেপালে। নিৰ্ম্মল যদি সেই কেইদিন গুৱাহাটীত থাকিলহেঁতেন তেতিয়া হয়তো কিছু কথা গম পালেহেঁতেন। কিন্তু সেই সময়ত নিৰ্ম্মল গৈছিল শিক্ষামূলক ভ্ৰমণ-অৰ্থে দিল্লী, বোম্বে, মাদ্ৰাজলৈ।

ঘটনাই মানুহৰ ভাগ্যক ৰূপ দিয়ে।

দেউতাকৰ অসুখ বুলিয়েই দুটিবামে মালতীক বুপহীলৈ আনিলে।

কিন্তু ঘৰত বিবাহ উৎসৱৰ আয়োজন দেখি তাই মূৰ্চ্ছা যোৱাৰ দৰে হ'ল।

তাই আপত্তি কৰিলে, কান্দিলে, বিনালে—ফল নহ'ল। মাকে গালে মুখে হাত ফুৰাই তাইক বুজালে আই দেউতাৰৰ অবাধ্য নহ'বি। নিৰ্ম্মলহঁত ডাঙৰ মানুহ। সিহঁতৰ ওচৰত আমি কিমান পানীৰ মাছ? নিৰ্ম্মলে তোক কেতিয়াও বিয়া নকৰায় সেইবোৰ লৰা-ধেমালিহে।

উচুপি উচুপি তাই কিন্তু কৈয়েই থাকিল—এই বিয়া হ'ব নোৱাৰে, এই বিয়া হ'ব নোৱাৰে। পিতায়ে মোক ইমান চেনেহ কৰিছিল ইয়ালৈকে নে? মোক তাতকৈ ধনশিৰিত উটুৱাই নিদিলে কিয়? মাক জেতুকী নিঃসহায়। বাপেক নিৰ্ব্বিকাৰ। আজিকালি তাইৰ গিৰিয়েক অলপ খিট্‌খিটিয়া হৈ পৰিছে। হয়তো বেমাৰে চোঁপি চোঁপি মানুহটোৰ বলশক্তি নাইকিয়া কৰি দিছে। তাই বেয়া পোৱা কাম গিৰিয়েকে আগেয়ে

কেতিয়াও নকৰিছিল। নিজৰ ছোৱালীজনীৰ বেলিকা তাই আপত্তি কৰা সত্বেও গিৰিয়েকে নুশুনিলে। মাকে চকুলো টোকে সকলোৰে অজ্ঞাতে গোপনে। বেজাৰ কৰিবৰ অধিক সময় ক'ত? বিয়ালৈ আছে মাজতে দুদিন। চিৰা খুন্দা, পিঠা ভজা, আলহী অতিথিৰ চাউল মুঠিৰ যোগাৰ দিয়া আদি বিভিন্ন কামত তাই তাকুৰি ঘূৰাদি ঘূৰিছে। শালত আছে দুখন বিহা। বিয়াৰ আগতে এখন যেনে তেনে উলিয়াব লাগিব। দিনৰ দিনটো কঠোৰ শ্ৰম আৰু নিশা দুপৰলৈ চাকি জ্বলাই তাঁত বওঁতে মাকজনীৰ চকুজুৰি গাঁতলৈ সোমায় যায়, হাত ভৰিবোৰ শুকাই যায়। তাইৰ লগৰ সোণপাহী, চম্পাহঁতে জৰা খুন্দা ভজা আদি আহি কৰি দি যায়হি। সিহঁতৰো নিজ নিজ ঘৰত দেধাৰ কাম। প্ৰত্যেকৰে ঘৰত আছে হয় বুঢ়ীয়া বাপেক, নহয় বুঢ়ীয়া মাক। সিহঁতে জ্ঞান হ'বৰে পৰা খেতি-পথাৰৰ পৰা ঘৰৰ বন্ধা-বঢ়ালৈকে সকলো কাম কৰি আহিছে—কৰিব লাগিব চিৰকাল—হয় মাকৰ ঘৰত নহয় গিৰিয়েকৰ ঘৰত।

মালতীয়ে জানিছিল টেলিগ্ৰাম দিলে সোনকালে বহুত দূৰ ঠাইত খবৰটো পায়। দুটিৰামৰ পুতেক গোপালে প্ৰবেশিকা পৰীক্ষাৰ পাচৰ খবৰটো গুৱাহাটীৰ পৰা টেলিগ্ৰামেৰে পাইছিল।

তাইৰ গোপাললৈ মনত পৰে। সি থকা হ'লে তাৰ হতুৱাইয়ে এখন টেলিগ্ৰাম দিয়াব পাৰিলেহেঁতেন—এতিয়া?

গোপালটোৱেও এইবোৰৰ একো ভু নেপায়। দেউতাকে তাক পামত থাকিবলৈ দিছে। দুটিৰামে জানি শুনিয়েই পুতেকক দূৰলৈ পঠিয়ালে। গোপাল দুটিৰামৰ তেজৰ সন্তান হ'লেও মনৰ লগত কাৰো মিল নাছিল। গোপাল থাকিলে শুভকামত বিঘিনি হ'ব। বহুত পলমে মালতীয়ে দুটিৰামৰ কৌশল কিছু কিছু বুজিব পাৰিলে।

এৰা, নিৰ্ম্মলৰ ভনীয়েক চেনিমলাৰ তালৈকে তাই যাব। এনে বিপদত চেনিমলাই তাইক সহায় নকৰাকৈ নেথাকে। চেনিমলা তাইৰ শৈশৱৰ লগৰী।

তাই সোণপাহীৰ পৰাই খবৰ পাইছিল সোণপাহীৰ বুঢ়ী মাকৰ টান নৰিয়া, এয়েই সুযোগ। মাকৰ অনুমতি ললে সোণপাহীৰ বুঢ়ী



মাকক এবাৰ চাই আহিবলৈ। মাকে মাথোঁন যাবৰ সময়ত ক'লে 'সোনকালে আহিবি'। প্ৰথমে তাই চেনিমলাৰ তালৈকে বুলি পিছফালৰ বাটটোৰে আগবাঢ়িল। তাইৰ মনত আন একো চিন্তা নাই, মাথোঁ অহৰহ চিন্তা কৰিছে এই ভয়ংকৰ বিপদৰ পৰা কেনেকৈ ৰক্ষা পাব পাৰি। এটা খবৰো চাগে নিৰ্ম্মলকাইটিয়ে পোৱা নাই দেহি!

তাই প্ৰথমেই নামঘৰটোলৈ আহিল। জেঠ মাহৰ এইখন গৰম পৃথিৱী। পশ্চিম আকাশত বেলিটো আয়তীৰ কপালৰ সেন্দুৰৰ দৰে জিলমিলাইছে। উমাকান্তই নামঘৰৰ ওচৰত থকা খৰিকাজাই, গুটিমালী, গুলঞ্চ ফুল কিজোপাৰ তলখন চিকুনাই আছে। পুৱফালে আকাশ-খনত দুই এচপৰা ক'লা মেঘ বিৰিঙিছে। হয়তো ৰাতিলৈ বৰষুণ দিব। কালি খেতিৰ বাবে পথাৰত হাল বোৱা প্ৰায় শেষ হৈ আহিছে। কোনোবা ফালৰ পৰা ভেকুলীয়ে অহৰহ তোৰ তোৰাব লাগিছে—জেঠৰ ন পানীত কণী পাৰিবলৈ হয়তো গাভিনী ভেকুলী বিহ্বল হৈছে।

তাই আহি দেউ উমাকান্তক ক'লে—'দেউ অকণমান দুৱাৰখন খুলি দিয়ক। মই ঘিউঁৰ চাকি এগছ আগ কৰিছোঁ, এই পয়ছা চাৰি অনা থৈ যাম।'

কথা নাই, বতৰা নাই, হঠাতে ঘিউঁৰ চাকি আগ কৰা দেখি দেউৰ চকুদুটা অলপ ডাঙৰ হ'ল। ফুল কিজোপাৰ পৰা মূৰ তুলি চাই দেখিলে, মালতীৰ চকু ৰঙা, চুলি জুতুলি পুতুলি।

—কি হ'ল হোঁ তোৰ?

—দেউ, মোক নুসুধিব। তাই দুয়োখন হাতেৰে মুখখন ঢাকি উচুপিবলৈ ধৰিলে।

বৰাগীয়ে বুজিলে ছোৱালীজনীৰ আলাই আথানি হৈছে। তাইক বিশেষ পীড়াপীড়ি নকৰি তাইক নামঘৰৰ দুৱাৰখন খুলি দি পুনৰ আহি নিজৰ কামত লাগিলহি।

যিজন বিশ্ববিধতাই আকাশ, জোন, বেলি, তৰা, পৃথিৱী, পৰ্ব্বত পাহাৰ, নৈ, জান-জুৰি সৃষ্টি কৰিছে, যি জনৰ ইচ্ছাৰ দ্বাৰা মানুহৰ ভাগ্যৰ চকৰি ঘূৰিছে; সেই অদৃশ্য ভাগ্য নিয়ন্তাজনলৈ মালতীয়ে অন্তৰৰ প্ৰাৰ্থনা জনাই প্ৰণিপাত কৰি ধীৰ পদক্ষেপে ওলায় আহি

তেতিয়াও ফুলৰ তলখন খুচৰি থকা দেউক মাত লগাই খোজ ল'লে চেনীমলাৰ তালৈ।

উমাকান্তই এনেকুৱা গাভৰু ছোৱালীক এনেদৰে কান্দি কাটি বিয়াকুল হৈ অহা আগেয়েও দেখিছে। বিশেষ চিন্তা নকৰি পুনৰ নিজৰ কামত মন ঢালি দিলে।

ধীৰে ধীৰে গৈ তাই চেনীমলাহঁতৰ চোতাল পালেগৈ। আকাশ তেতিয়া মেঘৰ দেশ। ওলায় আহিব খোজা তৃতীয়াৰ জোনটোক ক'লা মেঘে ঢাকি ধৰিছে। অ'ত ত'ত দুই এটা নিষ্প্ৰভ তৰাই চকু টিপিয়াইছে। চোতালত থকা আমজোপাৰ কুঁহি-পাতবোৰত মৃদু বতাহৰ বা লাগি কঁপিছে। চোতালৰ একোণতে চেনিমলাই সূতা উঘাই আছে। মালতীৰ ভাগ্য ভাল তাত আৰু কোনো নাছিল। দেউতাক থুকুৰিবল সত্ৰলৈ গৈছে। লগতে মাকো গৈছে। আপোন মানুহৰ ঘৰত ফুৰি চাকি আহিব। দুই চাৰি দিনতে ঘৰ পোৱাৰ কথা। অসময়ত বিশৃঙ্খল পৰিচ্ছদত মালতীক দেখি চেনীমলাই সুধিলে—তোৰ দেখোন বিয়া? অকলে অকলে এই গধূলিখনতে ওলালিহি যে? আহ বহহি।

চেনীমলাই তাইক পীড়া এখন পাৰি দিলে।

মালতীয়ে চেনীমলাৰ প্ৰশ্নৰ উত্তৰ নিদি সুধিলে।

—তই দেখোন অকলে চেনীমলা?

—দেউতা থুকুৰিবল সত্ৰলৈ গৈছে। আইয়ো লগতে গৈছে গাওঁ ফুৰিবলৈ।

—কেতিয়া উভতি আহিব?

—ইয়ে তই গমকে পোৱা নাই হ'বলা? ককাইটিৰ বাবে ছোৱালী এজনী দিছে, তাকে চাবলৈ গৈছে। সোনকালে উভতি নাহিবও পাৰে।

মালতীৰ মুখটো আচন্দ্ৰাই কৰা যেন লাগিল।

—তোৰ কিবা অসুখ হৈছেনে কি অ'—বৰ শোঁতা পৰিছচোন? চেনীমলাই একো নজনাৰ ভাওধৰি সুধিলে।

—এৰা গাটো ভাল নহয়।

—বিয়ালৈ মাতিবলৈ আহিছিলি নহয়? তই নেমাতিলেও যাম যা।



বৰ অসহায়, বৰ কৰুণভাবে চেনীমলালৈ চায় তাই বৰ সৰু মাতেৰে ক'লে, চেনী, মই ভাবিছিলো তই মোৰ মনৰ খবৰ জান। যেতিয়া নেজান—নজনাতে থাক। কৈয়ো আৰু লাভ নাই। নিৰ্ম্মলকাইটিলৈ মাথোঁ খবৰটো দিবি যে মই অবিশ্বাসী নহয়!

দেউতাকৰ ধন আছে। ককায়েকে চহৰত পঢ়িছে—গতিকে চেনীমলা কিছু অহঙ্কাৰী। তথাপি তাই কোমল মাতেৰেই কলে—মালতী, মই জানো তই ককাইটিক ভাল পাৱ। তোকটো তোৰ পিতায়েৰে কোনো দিন ককাইটিৰ বাবে নেযাচিলে। আমিয়েই বা তোক খুজিবলৈ যাম কোন সতেৰে? তোৰ পিতায়েৰে চৰকাৰী বিষয়া দেখি ভোল গ'ল।

—চেনীমলা, মোৰ কটা ঘাত নিমখ নিদিবি। পিতায়ে যি ভুল কৰিলে—মোৰ জীৱনে কৰিব তাৰ বাবে প্ৰায়শ্চিত্ত। কিন্তু মই মোৰ হৃদয়ৰ সিংহাসনখন ককাইটিৰ বাবেই চিৰকাল ৰাখিম।

কান্দি কাটি চেনীমলাৰ পৰা বিদায় লৈ তাই যি পিনে দুচকু যায় সেই পিনেই আগবাঢ়িল।

তাই পোনে পোনে আহি যি জোপা তেতেলিৰ তলত বহাগৰ বিহুৰ দিনা নিৰ্ম্মলৰ বুকুত সোমায় মৰম লৈছিল, মৰম দিছিল—সেই জোপা গছৰ তললৈকে তাই আহিল। উদং ঠাই ডোখৰৰ অসীম নিৰ্জ্জনতাৰ মাজতে তাই গছ জোপাৰ তলত বহিল। ধনশিৰিৰ ওপৰত এন্ধাৰ ঘণীভূত হৈ আহে। প্ৰাপ্ত যৌৱনা ধনশিৰিৰ পাৰত বহি তাই মনৰ খিড়িকীৰে অতীতলৈ চাই পঠিয়ায়। নাই, অতীত আৰু উভতি নাহে। চিন্তা কিহৰ? বিপদে আপদে ধনশিৰিয়ে এৰা নাই আজিও নেৰে। ধনশিৰিৰ বন্য স্ৰোতত তাই পলকতে পৃথিবীৰ পৰা চিৰকালৰ বাবে নিঃচিহ্ন হৈ যাব। জগতে তাইক পাহৰি যাব। আকাশৰ পৰা এটি তৰা নোহোৱা হৈ গ'লে সৌৰজগতত হাহাঁকাৰ লাগে জানো? মাকে কান্দিব। কান্দক। মালতী বুলি এজনী জীয়েক কোনোকালে নাছিল বুলিয়েই ভাবি ল'ব। নাই আৰু ৰ'ব নোৱাৰি। তাই পৃথিবীক শেষ-বাৰৰ বাবে প্ৰণাম জনায় ধনশিৰিক মিনতি কৰি কয়।

'আই এফেৰি আশ্ৰয় মোক দিয়া।' সিপাৰৰ গাৰ'ৰ প'জাঘৰবোৰত

জ্বলি উঠা মাটিৰ চাকিৰ পোহৰবোৰ ক্ৰমে ক্ৰমে ম্লান হৈ আহে এবাৰ ঘপহকৈ নুমায় যায়। তাইৰ সন্মুখত পৃথিৱীখন ঘূৰিবলৈ ধৰে। উঠিবৰ শক্তি তাই হেৰুৱায় পেলায়। মাটিতে বাগৰি পৰি যায়।

পাছদিনা যেতিয়া তাই চকু মেলে দেখে তাই নিজৰ শোৱা পাটীৰ ওপৰত শুই আছে। যোৱা নিশাৰ ঘটনাটো অস্পষ্ট ভাবে তাইৰ মনত পৰিল। তাই নোৱাৰিলে—নিজক নিঃচিহ্ন কৰি দিব নোৱাৰিলে। পৃথিৱীৰ প্ৰতি হয়তো তাইৰ মোহ আছিল! কিহৰ মোহ? সজ্ঞানে তাই এতিয়া বৰিব লাগিব কেশৱক স্বামী বুলি। তাইৰ জীৱনলৈ দ্বিতীয় পুৰুষ আহিল। তেন্তে তাই অসতী হৈ যাব! তাইৰ জ্বৰো হ'ল—সেই বুলি বিয়া বৈ নেথাকিল। তাইৰ দুৰ্ব্বল দেহাটো টানি আজুৰি নোৱাই ধুৱাই সিহঁতে তাইৰ বিয়া পাতিলে। তাই কান্দি কান্দি যেতিয়া ক'ব নোৱাৰা হৈ গৈছিল তেতিয়া আঘোনা মোমায়ে বৰ মৰমেৰে তাইৰ মূৰত হাত থৈ তাইক বুজাইছিল 'আইজনী, বেজাৰ নকৰিবি। জন্ম, মৃত্যু, বিবাহ এই তিনি—উটাত মানুহৰ হাত নাই। তই এতিয়াৰ পৰা নতুন জীৱন আদৰি ল'ব লাগিব। মাৰ দেউতাৰৰ তই একেটি সন্তান। পুত্ৰৰ দৰেই তেওঁবিলাকক তই চোৱা-চিতা কৰিব লাগিব। তোৰ অবিহনে মাৰ দেউতাৰৰ বৰ কষ্ট হ'ব। নিৰ্ম্মলৰ বাবে তই বিনাইছ। কিন্তু নিৰ্ম্মলে এজনী আনিলে তোৰ কথাটো ভুলটো মনত নপৰিব। ডেকা লৰাক বিশ্বাস কৰিব নেপায়।'

গৰু গাড়ীখনত যেতিয়া তাই আহি বহিছিল উচুপি উচুপি আঘোনা মোমাইটিৰ গাতে তাই ঢলি পৰিছিল। ঘৰৰ পৰা ঘাটলৈকে এইচোৱা তাই গৰুৰ গাড়ীত আহিছিল। মাৰ নাৱে সিহঁতক ধনশিৰিৰ সিপাৰত থ'লেগৈ। এই ঘাটৰ পৰাই সিহঁত যাব বাচেৰে। আৰু এতিয়াৰ পৰাই তাই যাব লাগিব কেশৱৰ লগত, যিটো মানুহৰ লগত তাই চকুৰ চিনাকিও নাই। তাইৰ বুকুখনত ধপ ধপনি উঠিল। অচিনাকি মানুহ, অচিনাকি পৰিয়াল, অচিনাকি ঠাই।

ধনশিৰিয়েও তাইক সাৱটি নল'লে। তাইৰ কপালত মৰণ নাই, আছে ভোগ। সোণময় অতীতৰ মধুৰতম স্মৃতিবোৰক গছকি তাই গঢ় তুলিব লাগিব কেশৱৰ সংসাৰ। নিৰ্ম্মলৰ বাবে থোৱা নৈবেদ্য



কেশৱৰ ভোগত লাগিল। অনাঘ্ৰাত ফুল পাহৰ পৱিত্ৰতা নষ্ট হ'ল। ফুল পাহে প্ৰকৃত ৰং হেৰুৱালে।

মোমায়েকে কোৱা কথা সঁচা নহয়। নিৰ্ম্মলকাইটিয়ে তাইক কেতিয়াও নেপাহৰে—পাহৰিব নোৱাৰে। কিন্তু শ শ যোজন দূৰত থাকি নিৰ্ম্মলকাইটিয়ে তাইৰ অৱস্থা বুজিব জানো?

য'তেই থাকা নিৰ্ম্মলকাইটি, মোৰ দেহ আনৰ হৈ গলেও মন তোমাৰেই থাকিল। মোৰ বাবে তুমি নেকান্দিবা।

এই জীৱনত আমাৰ দৈহিক মিলন নঘটিল—অহা জীৱনলৈ তোমাক মোৰ পৰা কোনেও কাঢ়ি নিব নোৱাৰে—তোমাক ঈশ্বৰে মাথোঁন শান্তি দিয়ক।

দৈত্যকায় বাচখনে ভয়ঙ্কৰ শব্দ কৰি আগবাঢ়িল। ক'ৰবাত যদি লুটি খায় পৰি যায়—তাই ভাবে। কিন্তু বাচৰ একো দুৰ্ঘটনাই নহ'ল। যথাসময়ত কেশৱকান্তৰ পদূলি মূৰত সিহঁত নামিল।

ভ্ৰমণৰ পৰা উভতি আহি নিৰ্ম্মলে খবৰটো পালে। সি মৰ্ম্মাহত হ'ল। তাৰ সোণালী অতীতৰ মধুৰ স্মৃতিক, পৱিত্ৰ প্ৰতিশ্ৰুতিক গছকি ভৱিষ্যত ধ্বংস কৰি তাৰ মালতী তেনেহ'লে গুচি গৈছে। মেজৰ ওপৰত পৰি থকা ভনীয়েকৰ চিঠিখন খুলি পঢ়িলে—

ককাইটি—

আশা কৰোঁ ভালেৰে উভতি আহিলা। তুমি গম পাইছা চাগৈ দেৰগাৱঁৰ কেশৱ অভাৰচিয়াৰৰ লগত মালতীৰ বিয়া হৈ গ'ল। বেচেৰী বিয়াৰ দুদিন আগতে কান্দি কাটি আমাৰ ঘৰলৈ আহিছিল। তোমাৰ বাবে ছোৱালী ঠিক কৰাৰ খবৰটো পাইহে তাই ইয়াৰ পৰা গ'লগৈ। তাইক সেই নিশা বহুত ৰাতিলৈকে বিচাৰি পোৱা নাছিল। মোমায়েক আঘোনাই নৈৰ পাৰে পাৰে জোৰ লৈ গৈ নৈৰ পাৰত থকা সেই বৰ তেতেলি জোপাৰ তলতে তাইক মূছ্‌কছ গৈ থকা অৱস্থাত পাইছিল। পাছত তাইৰ বৰ জ্বৰো হৈছিল। জ্বৰৰ ভমকত তাই তোমাক বিচাৰি-ছিল। জ্বৰৰ উপশম হওঁতে নৌ হওঁতেই তাইৰ বিয়াও হৈ গ'ল। বেজাৰ নকৰিবা। কেশৱ ধনী মানুহ। তাই তোমাক পাহৰিবলৈ

বেচিদিন নেলাগিব। তোমাৰ ছোৱালী মায়ে চাই আঙঠি পিন্ধাই থৈ আছিছে। ছোৱালী দেখাই শুনাই ভাল। এইবাৰ ঘৰলৈ আহোঁতে তাইক চাবও পাৰিবা। সেৱা ল'বা। ইতি—

তোমাৰ চেনীমলা

গুৱাহাটীৰ ক'লেজ হষ্টেলৰ কোনোবা এটা কোঠাত বহি নিৰ্ম্মলে নিৰলে চকু-লো টোকে। লগৰ লৰাবোৰ কোনোবা খেলা চাবলৈ গৈছে। কোনোবা বজাৰলৈ গৈছে, কোনোবাটো গৈছে ফুৰিবলৈ। সি এন্ধাৰৰ মাজত অকলশৰে বহি ভাবে মালতীৰ কথা—পবৰ তিৰোতাজনীৰ কথা। সি কোনোমতে গৈ বাকচটো খুলি মালতীয়ে দিয়া ফুলাম গামোছাখন উলিয়ালে। এইখনেই সিহঁতৰ একমাত্ৰ প্ৰেমৰ নিদৰ্শন তাৰ হাতত থাকিল। এইখন মালতীয়ে বোৱা এশকাঠিৰ ফুলাম গামোছাখন। এই গামোছাখনকে সি বুকুৰ মাজত হেঁচি ধৰে। সি তাইৰ জীৱনটোৰ বাবে কি কামনা কৰিব? তাইৰ কল্যাণ হওক, কুশলে থাওক।

—'চুলি চিঙি মই আশীৰ্ব্বাদ কৰিছোঁ
মালতী তই কুশলে থাক।'

বুকু ভঙা কান্দোনৰ মাজেদি সি মনে মনে কয়।

তাৰ অন্তৰ উজাৰি মৰম ঢালি গঢ়া মইনা চৰাইজনী তাৰ উৰি গ'ল। এই মইনা চৰাইটোক কেশৰ নামৰ এটা ব্যাধে ডিঙি মুচৰি খাব। জগতে নেজানিব মইনা চৰাইটোৰ করুণ ইতিহাস।

নাই সি বিয়া নকৰায়। পিন্ধাওক আঙঠি। সি কিবা আঙঠি পিন্ধাইছেনে? সি এতিয়া লৰা হৈ থকা নাই। তাক নোসোধা নোপোচাকৈ মাক-দেউতাকে এনে কাম কিয় কৰিব? গাৰঁলৈ সি নেযায়। যাবৰ প্ৰয়োজন তাৰ শেষ হৈ গৈছে। তাৰ ওচৰলৈ আহি পাজিসেৰিয়া আঙুলি কিটাৰে তামোল থুৰিয়াই তাক মালতীয়ে আৰু তামোল নিদিয়ে—দিব নেপায়। লোকৰ তিৰোতা। তাইক আৰু সি চুবও নেপায়। তেতোলি জোপা যদি এই বাৰিষাতে নৈয়ে নিয়ে নিয়ক। তাৰ এতিয়াৰ পৰা আৰু এই জোপা গছৰ প্ৰয়োজন নাই। এই জোপা দেখিলেও তাৰ বুকু হুম্‌হুমাৰ।



লাহে লাহে তাৰ চকু মুদ খায় আহে। গামোছাখন বুকুত লৈয়েই তাৰ টোপনি আহিল। ভাত খোৱাও তাৰ সেইদিনা আৰু নহ'ল। তাৰ সহপাঠি কৈলাশে তাক মাতিছিল এবাৰ নে দুবাৰ—সি নুঠিল—ভোক নাই।

গুজুং গুজুং কৈ উলুৰনিখনৰ মাজেৰে এইজনী কৰ পৰা আহিল! আও—মালতী দেখোন! চাওঁ, চাওঁ এইফালে আহচোন, তই কান্দিছ কেলৈ? অ'—মোক থুৰীৱা তামোল দিবি—ক'তা দে আকৌ! আহ আহ মালতী—তোৰ বাবেই মই এই পুৱতী নিশা ইয়াত খাপ লৈছোহি। মই আহোঁতে আমাৰ সজাত থকা পাৰ চৰাইবোৰে কুৰুলিওৱাই নাছিল। ৰবি, ৰবি এই খালটো তই পাৰ হ'ব নোৱাৰিবি। চেঃ মই হাক দিছিলো নহয়? বোকা পানীবোৰ তোৰ গাত লাগিল—আহ—নিৰ্ম্মলে হাতখন মেলি শোৱাৰ পৰা উঠি যাব খোজোঁতেই এন্ধাৰত সি চকীখনত খুন্দা খায়। ভৰিত সি দুখ পায়। আঘাত পোৱা ঠাইৰপৰা তেজ ওলায়।

কৈলাশে চক্‌ খায় সাৰ পায় লাইটটো জ্বলাই দি তাৰ ফালে অবাক হৈ চায় সোধে—তোৰ আজি হ'ল কি নিৰ্ম্মল? নেখাবি, নৰবি —অশান্তি কৰি থাকিবি। কৈলাশ উঠি আহি তাৰ ওচৰত বহিলহি। দুখ পোৱা ঠাইডোখৰৰ পৰা তেজ ওলাইছে। কৈলাশে পানীৰে ধুৱাই বেণ্ডেজ বান্ধি দিলে। তাৰ পাছত সুধিলে মৰমেৰে—ক তোৰ হৈছে কি?

আঠু দুটাৰ ভিতৰত মূৰটো গুজি নিঃসহায় ভাবে নিৰ্ম্মলে উচুপে। কৈলাশে তাৰ মূৰত হাত ফুৰায় দিয়ে।

কাৰোবাক তাৰ দুখৰ ভাগ নিদিলে সি মৰি যাব। স্থিৰ হৈ চেনীমলাৰ চিঠিখন কৈলাশৰ হাতত দিয়ে।

কৈলাশে চিঠিখন পঢ়ি শেষ কৰাৰ পাছত নিৰ্ম্মলে দুৰ্ব্বল মাতেৰে ক'লে, বুজিছ—এই মালতীজনীয়েই মোৰ অতীত, বৰ্ত্তমান, ভবিষ্যত। তাইৰ অবিহনে মই শেষ হৈ যাম। বহুত প্ৰতিশ্ৰুতি, বহুত সম্ভাৱনা, বহুত মমতা, বহুত ব্যাকুলতা, বহুত মাদকতা থকা জীৱনটো তিলে তিলে ধ্বংস হৈ যাব। সেয়ে মই কান্দিছোঁ কৈলাশ।

কৈলাশে বন্ধুৰ অন্তৰ্বেদনা উপলব্ধি কৰিলেনে নেজানো। কিন্তু তাক সান্ত্বনা দিবলৈ প্ৰয়াস কৰিলে।

পিছদিনা নিৰ্ম্মলে চেনীমলালৈ লেখিলে ঃ

চেনীমলা,

মালতীৰ বিয়াৰ খবৰটো পালোঁ। মৰমৰ মানুহবোৰে যেতিয়া শত্ৰুৰালি কৰে তেতিয়া আৰু উপায় কি?

যেই হওক আইক কৰি সম্প্ৰতি মই বিয়া নকৰাওঁ। কোনো ছোৱালী মোৰ বাবে আয়ে ঠিক কৰিব নেলাগে। মৰম লবি। ইতি—

তোৰ ককাইটি

চিঠিখন খামত ভৰাই ঠিকনা লিখি পোষ্ট অফিচত থৈ সি লুইতৰ পাৰলৈ আহিল।

ধনশিৰি আৰু লুইত
সেইদিনা আৰু আজি
বুপহী আৰু গুৱাহাটী

তাৰ জীৱনৰ এক অধ্যায় শেষ হৈ গ'ল। মন তাৰ বিক্ততাৰে ভৰি গৈছে। বেদনাৰে তাৰ কলিজাৰ ৰঙা তেজ নীলা হৈ গৈছে। এইখন লুইত—আজি ইয়াৰ পাৰত বহি সি কান্দিছে। অথচ কতদিন সি এই জলকল্লোলৰ পাৰত বহি মনৰ আনন্দৰে গান গাইছিল। লুইতৰ বুকুত প্ৰতিবিম্ব পেলাই নীলিমাৰ বুকুৰেদি উৰি যোৱা শুকুলা বগলীৰ সমদলৰ মধুৰ দৃশ্য প্ৰাণ ভৰি চাইছিল। কতদিন সি কাছাৰী ঘাটৰ খট্‌খটি চটাত বহি লুইতৰ মাজত অতীত গৰিমা বিস্তাৰ কৰি মূৰ তুলি থকা উমানন্দলৈ পৰম শ্ৰদ্ধাৰে প্ৰণতি জনাইছিল—আজি তাৰ শেষ হৈ গ'ল। মনৰ চকুৰে দেখা পোৱা দুৰণিৰ সেইখন ধনশিৰি—নগৰৰ বিলাসিতাৰ পৰা আতৰৰ সেউজীয়া বন বিৰিণাৰে পৰিবেষ্টিত ধনশিৰি। বুপহী গাৱঁৰ গাভৰুহঁতক বাদ দি ধনশিৰি নেথাকে, ধনশিৰিক বাদ দি গাভৰু-হঁত নেথাকে। ইয়াৰ বালিৰ কোঁহে কোঁহে আছে কোমল মৰম—জীয়া-জীৱনৰ আভাস। এই ধনশিৰিয়ে ডেকা-গাভৰুহঁতৰ মন-পথাৰত পলস পেলায়, ধনশিৰিয়ে সপোন দেখুৱায়, ধনশিৰিৰ পাৰত বহি সিহঁতে ৰচে মধুৰ সপোন—ৰামধেনুৰ বিচিত্ৰ বৰণ। আকাশৰ আলসুৱা ৰামধেনু



নীলিমাৰ বুকুত বিৰিবাঙি উঠে পৃথিৱীৰ হেজাৰ মানুহে ৰামধেনুলৈ চায়—কিন্তু ক'ৰবাৰ ৰামধেনু ক'ৰবাত হেৰাই যায়—পৃথিৱীৰ অগণন নৰ-নাৰীৰ প্ৰাণত দি যায় দোলা। নিৰ্ম্মলৰ প্ৰাণত এদিন যি ৰামধেনুৱে দোলা দিছিল আজি সেইয়া নিৰ্ম্মলৰবাবে সাধু কথাৰ দৰে হৈ পৰিছে।

মালতীক লৈ সি ঘৰ পাতিব। তাৰ এটা নিজৰ ঘৰ থাকিব। ঘৰটোৰ সন্মুখত থাকিব এখন সৰু ফুলনি। কেইটামান হাঁহ-পাৰ; এজনী গাই, দুটামান বলদ, বছৰটো খাবলৈ এখন ধানৰ পথাৰ থাকিব —ভড়াল সৰুকৈ হলেও এটা সাজি লব লাগিব। সি চাকৰিয়েই কৰক আৰু খেতিয়েই কৰক নিজে কিছু মাটি সি চহাব। নাঙলৰ কুটিৰে সি যেতিয়া মাটি ভাঙিব, তেতিয়া তাৰ ঘামবোৰ জোল হৈ ব'ব—তেনে অৱস্থাত মালতীয়ে তাক দেখিলে হয়তো তাৰ হাতখনত ধৰি গছৰ ছাঁলৈ লৈ যাব,—গছৰ ছাঁত জিৰণি লবলৈ কব। তাই তাৰ গাটো, কপালখন গামোছাৰে মোহাৰি দি ক'ব—ইমান ঘামিছা, ক'লা পৰি গৈছে দেহাটো। তাই তাক খাবলৈ দিব ৰবাব টেঙা বা তেতেলিৰ চৰ্বত। গধুৰ পৰিশ্ৰমৰ পাছত মালতীৰ মৌ বৰষা মাতে তাৰ জীৱনলৈ আনি দিব অনাবিল শান্তি, ঘৰলৈ যেতিয়া উভতি আহিব তেতিয়া তাৰ নোদোকা লৰা-ছোৱালী কিটাই তাৰ কোলাত বহিবহি। সি অৱশ্যে মাটি চহাইয়ে দিন পাৰ নকৰে। সি ডাক্তৰী পাচ কৰিব পাৰিলে ভাল চাকৰি এটা নিশ্চয় পাব। তথাপি সি নিজৰ পথাৰখনত কাম কৰিবলৈ লাজ নকৰে। গাৱঁত থাকিলে সি পথাৰখনত দিনটোৰ ভিতৰতে এবাৰ নহয় এবাৰ কাম কৰিবই। এই পথাৰৰ মাটিৰেই সিহঁতৰ জীৱন সৃষ্টি, পথাৰেৰেই সিহঁত প্ৰতিপালিত—এই পথাৰক বাদ দি সিহঁত জীয়াই থকাৰ প্ৰশ্ন নুঠে।

ট্ৰেজেৰীত এটা দুটাকৈ ন বজাৰ ঘণ্টাৰ কোব পৰিল—সি উচাপ খাই উঠে। তাৰ ক্লাচ আছে। বহুত দেৰী হ'ল। লৰালৰিকৈ সি হষ্টেলৰ ফালে খোজ লয়। তাৰ অতীত শেষ হৈ গৈছে—সি আগেয়ে নেজানিছিল তাৰ অন্তৰত যে মালতীৰ প্ৰতি ইমান ভাল পোৱা ইমান অনুৰাগ আছিল।

কেশৱৰ ঘৰত মালতীৰ দিনবোৰ উদ্যমহীনতাৰে পাৰ হৈ যায়।

তাইৰ মনৰ আশা আকাঙ্খাৰ সমাধি হ'ল। অৱলম্বন বুলিবলৈ তাইৰ একো নেথাকিল। কেশৱৰ মাক আছে, দেউতাক আছে, ভনীয়েক দুজনী আছে। ইহঁতৰ আলপৈছান ধৰোঁতেই দিনবোৰ পাৰ হৈ যায়। মুকলি বিশ্বত গগন ধিয়াই উৰি ফুৰা মালতীজনী সজাত বন্দী হ'ল। আশাৰ মুকুল পচোৱাই উৰুৱাই নিলে। কিন্তু তাইৰ চেনাইক তাই হৃদয়ৰ মন্দিৰত গোপনে জনাই প্ৰণতি। চকুলোৰে চেনাইৰবাবে ৰচে অৰ্ঘ্য। দিনৰ দিনটো তাই পৰিশ্ৰম কৰে। কিন্তু কাৰোপৰা নেপায় এষাৰ মৰমৰ মাত। শহুৰেকে তাইক মৰম কৰিলেও মানুহজন বেমাৰী নিঃসহায়। গিৰিয়েক কেশৱে তাইক মৰম কৰেনে নেজানো—কিন্তু দলিত কৰে। নিশা ভালেখিনি হলেহে মানুহটো ঘৰলৈ আহে। কেতিয়াবা ভাত খায়, কেতিয়াবা নেখায়—মুখত ভেকেটা গোন্ধ। কেতিয়াবা ভাতৰ কাঁহী-বাতি দলিয়াই পেলায়। যিমান নিশাই সি ঘৰলৈ নাহক লাগে তাই বহি থাকিব লাগিব। নহলে তাইক মাৰিয়াই কিলাই একাকাৰ কৰিব। নিশা দুপৰলৈকে তাই কেশৱৰ বাবে বহি থাকে। কেতিয়াবা সময় পাৰ কৰিবৰ বাবে কোনোবা এখন কিতাপকে সন্মুখত মেলি লয়—। কিতাপ সন্মুখত লৈ বহি থকা দেখিলে সি বলীয়াৰ দৰে হাঁহে। নিৰুপায় হৈ তাই কান্দে। তাই কন্দা দেখিলে সি আৰু জোৰকৈ হাঁহি দিয়ে। তাৰ পাশৱিক আনন্দৰ মাজেদি তাইৰ দিনবোৰ অতিবাহিত হয়। নিমাতী নিয়ৰৰ দৰে হিম হৈ তাই তাৰ সকলো অত্যাচাৰ সহি যায়। ঈশ্বৰে তাইক এনে নিদাৰুণ ভাবে দিন পাৰ কৰিবলৈ দিছে। তাই আত্মহত্যা নকৰে। মৰিশালিৰ ভূত তাই নহয়—ভূত হ'লে সি জন্মতো নিৰ্ম্মলকাইটিক তাই নেপাব। এই বিচ্ছেদ সাময়িক। তাইৰ অন্তৰত বিশুদ্ধ প্ৰেম আছে। এই প্ৰেমৰ বলেৰে তাই অহা জন্মত নিৰ্ম্মলকাইটিক লাভ কৰিবই।

পুৱতীৰ শুক তৰাটো আকাশৰ দিগন্তত বিলীণ নৌ হওঁতেই, সজাৰ পাৰ চৰায়ে নৌ কুৰুলিয়াওঁতেই, প্ৰকৃতিয়ে নৌ সাৰ পাওঁতেই তাই শোৱাৰ পৰা উঠি বাহিৰন কৰিব লাগিছিল। তাই চোতাল সাৰি মোহাৰি গা ধুই পানী গৰম কৰাৰ লগে লগেহে গৃহস্থই সাৰ পায়। ঘৰৰ প্ৰত্যেকজন মানুহকে ভাগে ভাগে জুতি লগাই চাহ জলপান কৰি খুৱায়। বেমাৰী শহুৰেকৰ শুশ্ৰূষাও তাইয়ে কৰে। শহুৰেকৰ পথ্য ৰন্ধা, সময়ে সময়ে দৰৱ খুউৱা এইবোৰ কাম তাইৰ। ইয়াৰ মাজতে ঢোঁতে খৰ মাৰি ভাত ৰান্ধিবৰগেও লাগে। ৰন্ধা-বঢ়া, খুউৱা-বুউৱা, কাঁহী-বাতি ধোৱা-পখলা আদি কামবোৰৰ পাছত তাই হয় চাউল বানিব লাগিব, নহ'লে পিঠাগুৰি খুন্দিব লাগিব। ইয়াৰ পাছত নিশা দুপৰ-লৈকে ঘৰৰ মানুহক ৰান্ধি-বাঢ়ি খুৱাই-বুৱাই গিৰিয়েকৰবাবে চৰুত ভাত লৈ বহি থাকিব লাগিব। গিৰিয়েকক খুৱাই-বুৱাই নিজে কেতিয়াবা খায়, কেতিয়াবা নেখায়। অৱশ দেহেৰে যেতিয়া শুবলৈ আহে তেতিয়া গিৰিয়েকৰ পাশৱিক অত্যাচাৰ। দীঘলীয়া নিশাটো তাই শুবলৈ মাত্ৰ কেই ঘণ্টামানহে পায়। দুৰ্ব্বল হৈ আহে তাইৰ দেহা। বাপেক তাইৰ চহকী নহয়। তথাপি তাই দুবেলা খাইছিল। কোনোদিনে মাক কিম্বা দেউতাকে তাইক টান কথা কোৱা মনতে নপৰে। একেটি সন্তান বাবেই তাইক হয়তো মৰমেৰে তুলিছিল। কেতিয়াবা শোকে তাইৰ বুকুত খুন্দা মাৰি ধৰে। গোপনে চকুলো টোকে। তাকো যদি নন্দেকহঁতৰ চকুত পৰিল তেন্তে ৰক্ষা নাই। তাই বিতত হৈ পৰে যেতিয়া নানান তীক্ষ্ন বাক্যবাণেৰে তাইক থকা সৰকা কৰে।

এনে এটা দিনৰে কথা—সেই দিনাও তাই কান্দিছিল। বহুত কথা মনত পৰি তাইৰ চকুত দুখৰ বান নামিছিল। মনত পৰিছিল মৰমৰ মাক জেতুকীলৈ, চিৰদিনে চেনেহ কৰি অহা দেউতাক দেবেনলৈ, মনোৰম গাওঁখনিলৈ আৰু সাতুৰি নাদুৰি যাৰ কোলাত ডাঙৰ হৈছিল—সেই ধনশিৰিলৈ। ৰূপহীৰ পৰা আহিবৰ দিনা তাইৰ বিলৈ দেখি ধনশিৰিয়ে যেন উচুপিছিল! তাইৰ মনত পৰে।

নিৰ্ম্মলকাইটিৰ মূৰ্ত্তি তাইৰ অন্তৰত অহৰহ বিৰাজ কৰিবই লাগিছে। তাই এতিয়া লোকৰ তিৰোতা। পৰপুৰুষৰ চিন্তা কৰা পাপ। কিন্তু সৰ্ব্বনশীয়া কথা হলেও নিৰ্ম্মলক তাই পাহৰিব নোৱাৰে। তাই ডুবিছে—ডুবিব। তাইৰ পৰিত্ৰাণ নাই। নিৰ্ম্মলকাইটিৰ চিঠি নাই, কোনেও নিৰ্ম্মলৰ খবৰ নিদিয়ে। তাই চিন্তাত অস্থিৰ হৈ পৰে। গিৰিয়েক, নন্দেক, শাহুৱেক সকলোৰে অত্যাচাৰ সহিও তাই মাথোঁ

নিৰৱে নিৰ্ম্মলৰ মংগল কামনা কৰে। কিন্তু এদিন সকলো ওলোট-পালত কৰি দিলে নিৰ্ম্মলৰ চিঠিখনে।

মৰমৰ মালতী—

চেনীমলাৰ চিঠিৰ পৰা তোৰ বিয়া হৈ যোৱাৰ খবৰ পালো। ঈশ্বৰে তোক সৰ্ব্বতোভাবে সুখী কৰক। পৰীক্ষাৰ খবৰৰবাবে বাট চাই সম্প্ৰতি মই গুৱাহাটীতে আছোঁ। গাৱঁলৈ যোৱা নাই। এতিয়া নাযাওঁ। পৰীক্ষাত পাচ কৰিলেই মই ববাবাৰীলৈ বাওণা হ'ম। মই ডাক্তৰী পঢ়িম। মৰম লবি—

তোৰ নিৰ্ম্মল

কেশৱ অসময়ত বিশেষকৈ দুপৰীয়া কাচিৎহে ঘৰলৈ আহে। খামখন ৰুদ্ৰমূৰ্ত্তি ধৰি কেশৱে মালতীৰ হাতত দিলে। মালতী ভয়ত বিবৰ্ণ হ'ল। তাই সেই সময়ত ধান বানি আছিল। গিৰিয়েকৰ হাতৰ পৰা চিঠিখন লৈ কঁপা হাতেৰে খুলিব খোজোঁতেই কেশৱে তাইৰ হাতৰ পৰা চিঠিখন নিষ্ঠুৰ ভাবে কাঢ়ি নি তাইৰ হাতখনত ধৰি চোচোৰাই বাহিৰলৈ নি ভয়ঙ্কৰ ভাবে তাইক কলে—নিৰ্ম্মলৰ লগত পীৰিতি কৰিবলৈ তই এতিয়াও এৰা নাই হ'বলা। মোৰ তিৰোতা বুলি তই নাজান? তেতেলিৰ তলত যি কেলেঙ্কাৰী কৰিলি—তাক মই নিজ চকুৰে দেখিছোঁ। লাজ নেলাগে?

হিংসা আৰু ক্ৰোধত মানুহটোৰ চেহাৰাটো ক্ষুধিত বাঘৰ দৰে হৈ পৰিছিল।

মালতী বজ্ৰাহতৰ দৰে থৰ হৈ ৰ'ল! এনে অৱস্থাত তাই ক'ব কি—কৰিব কি! কিন্তু তাইক চিন্তা কৰিবলৈ কেশৱে সময় নিদিলে। নিষ্ঠুৰ ভাবে তাইক কোবালে। তাই যন্ত্ৰণাত মাথোঁ চিঞৰিছিল—আই ঔ মৰিলো। নিশকটীয়া শহুৰেক শোৱাৰ পৰা উঠি আহিছিল বোৱাৰীয়েকক সহায় কৰিবলৈ, কিন্তু ঘৈণীয়েকে নি বুঢ়াক খোটালীত বন্ধ কৰি থলেগৈ।

কান্দি কান্দি উচুপি উচুপি তাই কেচা মাটিতে বাগৰি পৰিল। কেশৱৰ মনৰ সাধ আংশিক ভাবে পূৰণ হ'ল। সি তৃপ্তিৰে ওলায় গ'ল।



গধূলিলৈ মালতীৰ কঁপনি জ্বৰ উঠিল। গাৰ বিষত লৰচৰ কৰিব পৰা শক্তি তাই হেৰুৱাই পেলাইছে। জ্বৰ ক্ৰমে ক্ৰমে বেঁচি হৈ যায়। বাপেকলৈ খবৰ পঠিওৱা হ'ল।

দেবেন মাষ্টৰে আহি জীয়েকৰ শৰীৰটো দেখি চকু পানী টুকিলে। বহুত আশা কৰিয়েই ঘৈণীয়েকৰ আপত্তি সত্ত্বেও জীয়েকক কেশৱলৈ দিছিল। জ্বৰৰ ভমকতে মালতীয়ে চিঞৰিলে—'পিতাই মোক ইয়াৰ পৰা লৈ যা—মই ইয়াত মৰি যাম।'

দেবেন মাষ্টৰে জীয়েকক গাৱঁলৈ লৈ যোৱাৰ কথা উলিয়ালে। শাহুৱেকে সন্মতি সহজেই দিলে। শাহুৱেকে জানিছিল মালতীক প্ৰতিপাল কৰিবলৈ ধন ভাঙিব লাগিব। আৰু কোনেনো তাইৰ প্ৰতিপাল কৰিব? গতিকে বাপেকৰ লগত পঠিয়াই দিয়াহে মংগল।

কেশৱৰ মাকে এনেকৈয়ে ভাবিলে। মানুহ ইমান নীচ। মানুহৰ মন ইমান পঙ্কিল। হিংসা, ক্ৰোধ, নীচতাই মানুহক জন্তুৰ শাৰীলৈ নমাইছে। জ্বৰৰ গাবেই দেবেন মাষ্টৰৰ লগত মালতী গাৱঁলৈ আহিল। তাই কথা-বতৰা বহুত দিনলৈকে ক'ব পৰা নাছিল। আৰু প্ৰথমেই যিটো কথা ক'লে মালতীয়ে, মাক জেতুকীয়ে কপাল ভুকুৱাই কান্দিলে। মালতীয়ে কৈছিল 'আই ঐ মোক তালৈ বিয়া দিয়াতকৈ ধৰ্মশিবিত উটুৱাই দিয়া হলেও মই শান্তি পালোহে'তেন।'

বহুত যত্ন প্ৰতিপালৰ মূৰত মালতী ভাল হৈ আহিল। গিৰিয়েকৰ ঘৰৰ পৰা আহিবৰ ছমাহ হ'ল। ছমাহেও তাইক চাবলৈ বা খবৰ লবলৈ কোনো নাহিল। কেশৱে চিঠি লিখি তাইক মাতি পঠিয়াইছিল, কিন্তু জেতুকীয়ে আপত্তি কৰিলে। আগলৈ নাই পাছলৈ নাই—একেটি সন্তান। যি আছে ভাগ্যত হ'ব। তাইৰ কেচা ঘা এতিয়াও শুকুৱাই নাই। গতিকে মালতী মাকৰ ঘৰতে অনিৰ্দ্দিষ্ট কাললৈ ৰৈ গ'ল।

তাইৰ গাত আগৰ বল শক্তি নাই। তাই আজিকালি ৰাংঢালি নহয়। গগন ধিয়াই উৰি যাব খোজা মালতী এইজনী নহয়। আগৰ মালতীৰ এইয়া যেন প্ৰেতাত্মাহে।

চেনীমলাই মালতীৰ বিষয়ে বিতং খবৰ নিৰ্ম্মললৈ জনাইছিল। মালতীৰ ওপৰত হোৱা নিৰ্য্যাতনবোৰৰ কথা শুনি সি উদ্বিগ্ন হৈ

পৰিছিল। ফুলৰ দৰে কোমল, নিয়ৰৰ দৰে পবিত্ৰ সুন্দৰ মালতীজনীৰ তাৰ বৰ্ত্তমানতে সৰ্ব্বনাশ হৈ গ'ল। সি তাইক লগ পাবলৈ ব্যাকুল হৈছিল। কিন্তু নিজৰ এই উদ্দাম বাসনাক সি আচৰিত ভাৱে সংযত কৰি ৰাখিছিল। নাৰাখি উপায় কি! সি জানে মালতীৰ ওচৰ চাপিলেও মাক-বাপেকে তাক ক্ষমা নকৰিব। কাৰণ তাই পৰিত্যক্তা ৰমণী। নিজৰ ওপৰত থিয় দিব নোৱাৰালৈকে সি বাট চাই ৰ'ব মালতীক লগ পাবলৈ। মাতলীলৈ সি লেখে—

মৰমৰ মালতী,

মই তোৰ খবৰ সকলো পাইছোঁ। ঈশ্বৰে তোক দয়া কৰিলে। ধৈৰ্য্য ধৰ। তই এতিয়াৰ পৰা পঢ়িব লাগিব—স্কুলত, কলেজত। দৰকাৰ হলে তোৰ বাবে মই আমৰণ বাট চাম—ইতি।

তোৰেই নিৰ্ম্মল

চিঠিখন পঢ়ি উঠি তাইৰ মনটো পাতল লাগি যায়। নিৰ্ম্মলকাইটিয়ে তাইক তেন্তে ভুল বুজা নাই। উস নিৰ্ম্মলকাইটিৰ চিঠিখনেইটো সকলো বিশৃঙ্খল কৰি দিলে।

হওক, সেই ঠাইৰ পৰা যেতিয়া তাই ওলাই আহিল—তেতিয়া তাইৰ আত্মাটোৱে উদ্ধাৰ পালে। ঈশ্বৰৰ মৰম আছে। এইবাৰ নিলে তাই ধৰ্নাশিৰিত জাপ দিবই—তেনেহলে তাই ভূতেই হওক লাগিলে।

গিৰিয়েকৰ ঘৰৰ পৰা তাইক বিচাৰি কোনো নাহিল। এদিন মাথোঁ তাই ঘাটত পানী আনিবলৈ যাওঁতে খবৰ পালে অতিমাত্ৰাই ফটিকা পি কেশৰে কাম কৰা বনুৱা তিৰোতাৰ ওপৰত অত্যাচাৰ কৰা বাবে পুলিচে কেশৰক গ্ৰেপ্তাৰ কৰি নিলে।

কেশৰৰ কেলেঙ্কাৰীৰ কথা শুনি দেউতাকে মূৰে কপালে হাত দিলে। জেতুকীয়ে কলে—মই নকৈছিলোঁ সেই মৰাটোলৈ বোলো মোৰ ছোৱালী নিদিওঁ?

মালতীক সান্ত্বনা দিবলৈ সেইদিনা বহুতেই আহিছিল সিহঁতৰ ঘৰলৈ। মালতীৰ প্ৰশান্ত মূৰ্ত্তি দেখি সকলো অৱশ্যে নিৰৱেই উভতি গৈছিল।



আই. এচ. চি. সুখ্যাতিৰে পাচ কৰি নিৰ্ম্মলে চৰকাৰৰ স্কলাৰচিপ লৈ মেডিকেল কলেজত ভৰ্ত্তি হ'লগৈ। নতুন কলেজত নতুন বন্ধু-বান্ধৱীৰ লগত নতুন নিয়মেৰে দিনবোৰ পাৰ হৈ যায়। পুৰণিক বিসৰ্জ্জন দি নতুনক সাৱটি লোৱাত আনন্দ আছে। তথাপি পুৰণিৰ মধুৰতম সোঁৱৰণীয়ে তাক কেতিয়াবা এতিয়াও বিহ্বল কৰি দি যায়।

মোমায়েক আঘোনা আৰু নিৰ্ম্মলৰ পৰামৰ্শ অনুযায়ী গোলাঘাটৰ মিচনেৰী স্কুলত মালতীক আনি দেউতাক দেবেনে ভৰ্ত্তি কৰি দিলেহি। স্কুলৰ গাতে লাগি থকা ঘৰটোৱেই মালতীহঁতৰ ছাত্ৰী নিবাস।

দেবেন মাষ্টৰে বুজিলে নপঢ়ালে নুশুনালে ছোৱালীজনীৰ অৱস্থা শোচনীয় হ'ব। এবাৰ বিয়া হোৱা ছোৱালী। বিয়া মানুহৰ এবাৰহে হয়। নিজৰ শৰীৰো দিনক দিনে পৰি আহিছে। আৰু জেতুকী? তাই জানো সদায় জীয়াই থাকিব? আগপিছ বহুত ভাবিয়েই তাইক তালৈ আনিলে। গাৱঁত বহুতৰেই এইবাৰে আপত্তি। খৃষ্টিয়ানৰ হাতে পানী খাব, ভাত খাব। কুলৰ মূৰ খালে দেবেন পণ্ডিতে। অহুকাণে পহুকাণে দেবেন মাষ্টৰে গাৱঁলীয়া ৰাইজৰ সকলো আলোচনা-সমালোচনা শুনিছিল। এটা চকু মুদি এখন কাণ বন্ধ কৰি দেবেন মাষ্টৰে মালতীক গোলাঘাটলৈ আনিব লগা হৈছিল।

মালতীয়ে কিন্তু ছাত্ৰীনিবাসত থাকি প্ৰথমৰ পৰাই ভাল পাইছিল। মিচনেৰী মাতৃ সকলৰ মৰম-চেনেহে তাইৰ অন্তৰত জুৰণি ঢালিছিল। তাইৰ পঢ়াশুনা থকা মেলাৰ তত্ত্বাৱধান তেওঁবিলাকে ভাল ধৰণেই লৈছিল। অতীতটোত তাইৰ সুখ আছে, দুখ আছে, আনন্দ আছে, বেজাৰ আছে—হাঁহি আছে, কান্দোন আছে। বৰ্ত্তমান তাইৰ প্ৰাণত তৰংগ আছে, কিন্তু ৰংগ নাই। মুখত হাঁহি আছে—সেই হাঁহিত স্পন্দন নাই।

এতিয়া আছে একমাত্ৰ অৱলম্বন তাইৰ স্কুলখন। এন্ধাৰত বাট হেৰুৱাই বিচাৰি পোৱা অকণমান পোহৰৰ বিন্দু, অকণমান আশাৰ মৌচুম। বিনয়ী আৰু মৰমিয়াল স্বভাৱৰ গুণেৰে তাই বান্ধৱীও কেইজনীমান সোনকালেই লাভ কৰিলে। অৱশ্যে কেতিয়াবা নিৰল পৰত তাইৰ গাৱঁত এৰি থৈ অহা মৰমৰ ঘৰখনিলৈ মনত পৰে—মাকলৈ মনত

পৰে, দেউতাকলৈ মনত পৰে। বেমাৰী দেউতাক আৰু নিশকটীয়া মাকজনীক তাই অলপো শান্তি দিব নোৱাৰিলে। আজিকালি দেউতাক পথাৰলৈ গলেও আগৰদৰে টান কাম কৰিব নোৱাৰা হৈ আহিছে। বয়স অৱশ্যে দেউতাকৰ বেচি হোৱা নাই—দুৰ্ব্বল হলেও ৰোগেও মুৰ দাঙে। কাহটো বাঢ়িছে। বলেন বেজৰ দেৱাইয়ে কাম নিদিলে। তাতে আজি-কালি বলেন বেজো ব্যস্ত মানুহ। আগৰ দৰেই মাতিবলৈ গলেই লগ পোৱা নেযায়। ধনশিৰিৰ ওপৰত দলং সজাৰ অজুহাততে ধনশিৰিৰ ইপাৰে সিপাৰে দেশী-বিদেশী লোকে ভৰি পাৰিছে। দোকান-পোহাৰৰ সংখ্যাও ক্ৰমাৎ বাঢ়ি আহিছে। বগলি পাখী যেন বগা খদ্দৰৰ পোচাক পিন্ধি কংগ্ৰেসী লোকবো গাওঁখনলৈ যাতায়াত ঘনহৈ আহিছে। মানুহে কয় বোলে ভোটৰ সময় আহিছে। গাওঁখন আজি কালি আগৰদৰে নিবল নহয়—চিন্তাৰ সাগৰত তাই ডুব যায়।

নিৰ্ম্মল গাৱঁলৈ বহুতদিন অহা নাই। দেউতাকে তাক মাতি মাতিও আনিব পৰা নাই। ঘৈণীয়েকৰ খেচ্‌খেচনিত তৰণি নেপাই আৰু নিজৰো মনটো উচপিচাই থকাত পুতেকৰ ওচৰলৈ নিজেই এদিন আহিল। বয়স হৈছে। মটৰৰ থেকেছনি আদিত বহুত দুখ পোৱা যায়। তথাপি নিজৰ তেজ মঙহৰ সন্তান। খবৰ লবই লাগিব। পুতেকৰ ওচৰ পাই বাপেকে ক'লে,—বোপাই, কেতিয়া হাড় পেলাওঁ ঠিক নাই। বুঢ়া হৈছো, বিয়া কৰাই বোৱাৰী এজনী নানিলে দায় নাতৰে। ইহাতে চেনীকো দিবৰ সময় হৈ গ'ল। তই ঘৰলৈ যাব লাগে। মাৰে তোক চাবলৈ বৰ হেঁপাহ কৰিছে।

নিৰ্ম্মলৰ মনটো কিন্তু স্থিৰ হৈ আছিল। সি দেউতাকক বুজায় বঢ়ায় কলে, পিতাই, আগেয়ে মোক ডাক্তৰী পৰীক্ষাটোত পাছ কৰি লবলৈ দে। আমাৰ গাৱঁত ভাল চিকিৎসক নাই, হস্পিতেল নাই। খবৰ কাগজত দেখিছোঁ আমাৰ গাৱঁৰ ওচৰৰ গাওঁকিখন প্ৰাকৃতিক দুৰ্য্যোগত জুৰুলা হৈছে। আমজংগা অঞ্চলৰে অৱস্থা শোচনীয় যেন দেখিছোঁ। ভাদ মহীয়াৰ ঢলে পথাৰৰ শইচ উচ্ছন্ন কৰিলে। ভূতৰ ওপৰত দানৱ ওলোৱাদি কৰবাৰ পৰা ফৰিং আহি যি অলপ অচৰপ আছিল তাকো খাই শেষ কৰিলে। তাৰোপৰি হাইজাত মানুহ মৰিয়েই আছে। এইবোৰ



বৰ দুখৰ কথা। এনে অৱস্থাত চকু মুদি থকা টান। গতিকে মোক এতিয়া ঘৰলৈ যাবলৈ নকবি।

দেউতাকক ওভোতাই পঠিয়াই নিৰ্ম্মলৰ কম অশান্তি লগা নাছিল। দেউতাক মাকক এনেকৈ দুখ দিয়া তাৰ উচিত হোৱা নাই। অস্থিৰ চিত্তে সি ছাত্ৰনিবাসৰ ভিতৰৰ বাৰান্ডাখনত ঘুৰি ফুৰে। বহুতদিন মালতীক দেখা পোৱা নাই। তাইকো এদিন চাই আহিবলৈ প্ৰাণত প্ৰবল ইচ্ছা। তাইক বিয়া হোৱাৰে পৰা সি লগ পোৱা নাই।

এদিন সি তাইক লগ পাবলৈকে গোলাঘাটলৈ আহিল। মালতীৰ মনৰ কথা নেজানিলে সি ভৱিষ্যতৰ কাৰ্য্যপন্থা স্থিৰ কৰিব নোৱাৰিব।

প্ৰথমতে অৱশ্যে হষ্টেলৰ কৰ্তৃপক্ষই তাক মালতীৰ লগত সাক্ষাৎ কৰিবলৈ নিদিছিল। পাছত যেতিয়া সি গাৱঁৰ পৰা অহা বুলি ক'লে—তেতিয়া মালতীক তাৰ ওচৰলৈ আহিবলৈ দিলে।

গাৱঁৰ পৰা কোনোবা অহা বুলি গম পায় মালতীৰ বুকুত ধান-বনা যেন লাগিছিল। কিজানি কেশৱ! যদি কেশৱ হয় তাই কি কৰিব! যদি তাইক হষ্টেলৰ পৰা লৈ যাবলৈ বিচাৰে? বিমূঢ় হৈ তাই ঈশ্বৰৰ চৰণ চিন্তা কৰি আগন্তুকৰ ওচৰলৈ আহিল।

কিন্তু নিৰ্ম্মলক দেখি তাই হতভম্ব হৈ ব'ল।

বহুতদিন হৈ গ'ল তাই তাইৰ নিৰ্ম্মলকাইটিক লগ পোৱা নাই বা দেখা পোৱা নাই। বহুতদিন মনে মনে তাই কামনা নকৰাকৈ নাছিল যে নিৰ্ম্মলকাইটি তাইক চাবলৈ আহিব। লাহে লাহে অৱশ্যে আশা-বোৰৰ উজ্জ্বলতা ম্লান হৈ পৰিছিল।

প্ৰথমে বহুত পৰ কোনেও কথা ক'ব পৰা নাছিল। শেহত মালতীয়ে কোনোমতে মাতিলে—ককাইটি তুমি?

—এৰা মই।

—ভালনে তোমাৰ?

—দেখিছই নহয়।

তাইৰ ক'ব লগা বহুত কথা আছে—কিন্তু কথাবোৰ তাইৰ কণ্ঠৰ পৰা হেৰাল। বুদ্ধ আবেগত তাইৰ চকুলো সৰে—ধাৰ নিছিগা সোতেৰে। কত কথা তাইৰ ক'ব লগা আছিল!

ওচৰত কাকো নেদেখি নিৰ্ম্মল তাইৰ আৰু কাষ চাপি আহে—কিন্তু হঠাতে সি এটা যেন কেঁচীগোমহে দেখিলে এনে ভাবে উচাপ খায় উঠিল। সেইটো মালতীৰ কপালত সেন্দুৰৰ ৰঙা ফোঁটা। তাই তেনেহলে গিৰিয়েকটোৰ এতিয়াও শুভাকাঙ্ক্ষী। ইমান অত্যাচাৰ অবিচাৰৰ পাছতো তাই এতিয়াও তেনেহলে গিৰিয়েকটো জীয়াই থকাৰ কামনা কৰে? তাই যেন তাৰ সান্নিধ্যৰ পৰা বহুত আতৰলৈ এই মুহূৰ্ত্তত আতৰি গৈছে।

মনৰ ক্ষোভ সি দমন কৰিব নোৱাৰি সুধি পেলায়—

—মালতী, তই কপালত ৰঙা ফোঁটটো কাৰ বাবে লৈছ? তাই তললৈ চাই নিৰৱে মাথোঁন সোঁ ভৰিৰ বুঢ়া আঙুলিটোৰে মাটি খান্দে। চকুলো নামিছে ব্যৰিষাৰ বানৰ দৰে। নিৰ্ম্মলে আকৌ সুধিলে—ক' কাৰবাবে লৈছ?

—আয়তীয়ে বোলে কপালৰ ফোঁট মোহাৰিব নেপায়—আয়ে কৈছে।

—তই তোৰ গিৰিয়েৰৰ পৰা কি পালি?

—অৱহেলা-অনাদৰ।

—তেন্তে?

—সেয়ে মোৰ কপালত আছিল।

—কথা কবলৈ শিকিছ বেচ্। তোক চাবলৈকে আহিছিলো। কেতিয়াবা নোশোৱাকৈয়ে ৰাতিবোৰ পাৰ কৰি দিওঁ। হোঁ এইয়া তোলৈকে আনিছিলো—এই বুলি সি মোনাটোৰ পৰা চাদৰ এখন উলিয়াই তাইৰ হাতত দিয়ে।

তাই পৰম আগ্ৰহেৰে হাত পাতি লয়।

—সি অনুভৱ কৰে ধনশিৰিৰ পাৰৰ সেই চিৰহাস্যময়ী মালতীজনী কৰবাত হেৰাল। এইজনী আগৰ মালতী নহয়। এদিনৰ অপূৰ্ব্বা অনন্যা মালতীজনী আজি তাৰ বাবে সাঁথৰ স্বৰূপ হৈ পৰিছে। শেঁতা মুখ, কান্দি কান্দি ভাগৰি যোৱা চকুকিটা তাইৰ বৰ ম্লান হৈ গৈছে। আন্দোলিত যৌৱন ভৰা দেহত তেতিয়াও বসন্তৰ সমাৰোহ। নিস্তব্ধতা ভঙ্গ কৰি নিৰ্ম্মলে কয়—মালতী, মই যামগৈ। ভালকৈ পঢ়িবি। চিঠি লিখিবি। তোক চাবলৈকে মই আহিছিলো। মই যাওঁগৈ দেই।



তাই তাৰ ভবিত পৰি সেৱা কৰিলে—আজি তাইৰ চকুলো বন্ধ নহয়। নিৰ্ম্মলৰো চকুত উপচি পৰে চকু-লো। চাৰিওফালে এবাৰ চকু ফুৰায় কাকো নেদেখি নিৰ্ম্মলে তাইৰ হাতখন নিজৰ হাতৰ মুঠিত লৈ জোৰেৰে ধৰি পুনৰ এৰি দি সি ধীৰে ধীৰে তাৰ পৰা যায়গৈ। নিঃসহায় হৈ তাই নিৰ্ম্মল নেদেখা হোৱালৈকে চাই থাকিল। তাইৰ এনে অৱস্থা কিয় হল? কি পাপ তাই কৰিছিল!

তাই দেখে অস্ত আকাশত বাঙলী বোলে বিদায়ী হাঁহি মাৰিছে—দূৰ-বহুদূৰত নামিছে এন্ধাৰ—অলপ পাছতে এন্ধাৰে পৃথিবীক গ্ৰাস কৰিব। তাই উভতি আহে হতাশ মনেৰে।

ডিব্ৰুগৰৰ চাহ খেতিয়ক যামিনী চৌধুৰীৰ বৰ জীয়েক শুভ্ৰা। দেখাই শুনাই শুভ্ৰা শুৱনী গাভৰু। জাকত জিলিকা। জীয়েকৰ বাবে যোগ্য পাত্ৰৰ সন্ধানত থাকোতে নিৰ্ম্মল চৌধুৰী পৰিয়ালৰ চকুত পৰিল। দেখাই শুনাই কথাই বতৰাই ভাল। শুভ্ৰাৰ ককায়েক পুলকৰ লগত নিৰ্ম্মলে একেলগে মেডিকেল কলেজত নাম লগাইছে। কিয় জানো প্ৰথমৰ পৰাই পুলকৰ প্ৰতি নিৰ্ম্মলৰ বন্ধুত্ব ভাব জাগি উঠিছিল। পুলকৰ ঘৰখনলৈ আহিবলৈ তাৰ মনত হেঁপাহ হয়। সেইদৰেই নিৰ্ম্মলৰ চিনাকিও হৈ যায় শুভ্ৰাৰ লগত। শুভ্ৰাৰ মাকো তাৰ ওচৰত কেতিয়াবা বহেহি। দেশ-বিদেশৰ কথা পাতে। লাহে লাহে শুভ্ৰাৰ মাককো তাৰ বৰ আপোন আপোন লাগি যায়। যামিনী চৌধুৰীৰ ব্যৱহাৰো তাৰ ক্ৰমে ক্ৰমে ভাল লাগি আহে। শুভ্ৰাৰ গাৰ বৰণ আছিল কেতেকী ফুলৰ, চকু আছিল নীলাক্ষি, আঙুলি আছিল পাঁজিসেৰিয়া; ওঁঠৰ পাহিত ডালিমৰ বোল। কোনোবা নিপুণ খনিকৰে গঢ়ি উলিওৱা এইজনী শুভ্ৰা। সি নিজৰ অজ্ঞাতেই ক্ৰমে ক্ৰমে শুভ্ৰাৰ কাষ চাপি যায়। দেওবাৰে বা বন্ধবাৰে পুলকে তাক জোৰ কৰি হলেও সিহঁতৰ ঘৰলৈ লৈ আহে—কেতিয়াবা ঘৰতে ভাত খায়, কেতিয়াবা লুইতৰ বালিত বন-ভোজ।

শুভ্ৰাৰ চৰিত্ৰত বিপৰীত গুণৰ সমাবেশ দেখি সি কেতিয়াবা আচৰিত হৈ যায়। গাৱঁত সি বহুত ছোৱালী লগ পাইছে—পাভৈ, সোণতৰা,

বকুলি, মালতী—ইহঁতৰ কাৰো স্বভাৱৰ লগতে শুভ্ৰাৰ মিল নাই। অকল গাৰঁতেই নে—সি গুৱাহাটীত পঢ়োঁতেও নন্দা, লেখা, কুইন আদিক লগ পোৱা নাছিল জানো? কাৰো লগত যেন শুভ্ৰাৰ মিল নাই। তাই নিৰ্ম্মলৰ বাবে আজি অনন্যা।

খৰালিৰ তৰাং লুইতৰ ওপৰত থকা কোনোবা মাছুৱৈৰ নাৱৰ ওপৰত বহি শুভ্ৰাই ভৰি কিটাৰে পানী খেলে। কলাফুল কিটা ইমান নিমজ—ইমান আটিল। তাৰ বুকুৰেদি পুলক বাগৰি যায়। হৰিণীৰ দৰে চঞ্চল, ফুলৰ দৰে কোমল শুভ্ৰাজনীয়ে তাৰ বিক্ত হৃদয় ভৰায় তোলে।

লুইতৰ পাৰত ঢৌ লেখি সিহঁতৰ দিনবোৰ পাৰ হয়। কেতিয়াবা পুলকেও সিহঁতৰ অভিযানবোৰত সহযোগ কৰে—কেতিয়াবা সিহঁত দুয়ো নিৰলে লুইতৰ নিজান বালিত জীৱনৰ স্বপ্ন ৰচে।

লুইতৰ পাৰত ফুলা কহুৱা ফুলে হালে জালে, বাৰিষা নামে, বৰষুণৰ কণিকাৰে আকাশ নেদেখা হৈ পৰে—এটা এটাকৈ চাপৰীক লুইতে সামৰি লয়—নতুন দিনৰ সঁহাৰি দি নতুন সূৰ্য্যে পূৱ আকাশত ৰামধেনু বোলেৰে আল্‌পনা আঁকে, পৃথিৱী যেন ৰঙা হয়—সিহঁতৰ মনবোৰ ক্ৰমে ক্ৰমে ৰঙা হৈ যায় আৰু মালতীৰ স্মৃতি ক্ৰমে ক্ৰমে এই উজ্জ্বল বৰণৰ মাজত নিষ্প্ৰভ হৈ গৈ থাকে। কিহৰ পৰা কি হ'ল! কি প্ৰতিজ্ঞা লৈ সি বৰবাৰীলৈ আহিছিল—তাক বিবেকে দংশন কৰে। ধনশিৰিৰ পাৰৰ সেই বনৰীয়া ফুলপাহৰ বন্য সৌৰভে আজি তাৰ মন বাউল নকৰে। চহৰৰ কোনোবা এঘৰৰ শ্যামল বৰ্নিত ফুলা এপাহি পপি ফুলে তাৰ বুকুত আজি জোৱাৰ তোলে।

সি যদি এবাৰো ভাবি চালেহেঁতেন তাৰ অবিহনে মালতীৰ অৱস্থা কিমান শোচনীয় হব—কিমান ভয়ঙ্কৰ হব! সি জানো নজনাকৈ আছে। সূৰ্য্যমুখী ফুল পাহৰ জনম সূৰ্য্যৰ বাবেই, ভেটকলিটিয়ে হেপাহেৰে প্ৰসাধন কৰি বাট চাই ৰয়—জোনৰ নিমজ পৰশ লভিবলৈ;—পানী-পিয়া চৰাইটিয়ে মেঘ দেখিলেই পানীৰ বাবে ধৰফৰাই চিঞৰে 'পানী পিউ'। সিটো মালতীৰ মনৰ খবৰ নোপোৱা নহয়। সি সকলো জানে—সকলো বুজে তথাপি অকস্মাতে শুভ্ৰা তাৰ জীৱনলৈ আহি গৈছে—



শুভ্ৰা তাৰ মন-আকাশৰ এটি নতুন নক্ষত্ৰ। এই নক্ষত্ৰই তাৰ জীৱনটোত আউল লগাই দিয়ে। শুভ্ৰাৰ অৱস্থিতিয়ে তাৰ মসৃণ জীৱনটো অমসৃণ কৰি দিয়ে। তাৰ অবিহনে মালতী ফুল পাহ জয় পৰি যাব—সি বুজিছিল। তথাপি তাইৰ ওপৰত তাৰটো অধিকাৰ নাই—তাই পৰস্ত্ৰী,—মালতীৰ কপালত জল্‌জল্‌কৈ জিলিকি থকা ৰঙা সেন্দুৰৰ ফোঁটটোৱেই তাৰ প্ৰমাণ।

দুশ্চিন্তাত তাৰ কেতিয়াবা গোটেই ৰাতিটো টোপনি নহাকৈয়েই পাৰ হৈ যায়। মালতীক সি বিয়া কৰাব নোৱাৰে। নিৰ্দ্দয়, নিষ্ঠুৰ, অসৎ চৰিত্ৰৰ হলেও তাইৰ গিৰিয়েক সম্প্ৰতি জীৱিত। হিন্দু তিৰোতাই স্বামী জীয়াই থাকোঁতে পুনৰ বিয়া কৰোৱাৰ নিয়ম নাই। আৰু সি তাইক গাৰ আৰু মনৰ জোৰেৰে বিয়া কৰালেও তাৰ মাক-দেউতাকে মৰ্ম্মান্তিক দুখ পাব। ঘৰখনত দাগ থাকিলে চেনীমলাকো দিয়া টান হ'ব। মালতীক বিয়া কৰালে তাক জানো কেশৰে শান্তিত থাকিবলৈ দিব? চিৰদিন যদি তাৰ অশান্তিয়েই হয় তেন্তে মালতীয়ে জানো শান্তি পাব?

ইপিনে শুভ্ৰা! তাইৰ উচ্ছল যৌৱনে তাৰ ওচৰত আত্মসমৰ্পণ কৰিছে, সি নজনাকৈ থকা নাই। সি যিমানদূৰ পাৰিছে নিজকে সংযত কৰি ৰাখিছে। ইমান স্বাধীনভাৱে তাৰ লগত ফুৰা চকা কৰিবলৈ শুভ্ৰাক তাইৰ মাক-দেউতাকে এৰি দিয়া দেখি সি কেতিয়াবা বিবুদ্ধিত পৰে। পুলক নিৰ্ব্বিকাৰ। সি পঢ়াশুনা খেলাধূলাৰ মাজেৰে ব্যস্ত ভাবেই দিনবোৰ পাৰ কৰিছে—কেতিয়াবা তাৰ মাজতে সি আহি সিহঁতৰ ওচৰত বহেহি খন্তেকৰ বাবে। সি যদি শুভ্ৰাক বিয়া কৰাই তেন্তে তাৰ মাক-দেউতাকে হয়তো ৰং পাব। কিন্তু কোনো কালে বুঢ়া-বুঢ়ীয়ে বোৱাৰীয়েকৰ সেৱা শুশ্ৰূষা নেপাব। তাই গান গায়, পিয়ানো বজায়, বালিভাত খায়; টেবুল টেনিচ, বেড্‌মিণ্টন খেলে, মটৰ চলায় আৰু গাৰ নিমজ বৰণৰ লগত খাপ খোৱাকৈ ৰিহা-মেখেলা পিন্ধে, পাঁজিসৌৰিয়া আঙুলিত বাখৰুৱা আঙঠি পিন্ধে, হাঁহিনীৰ দৰে ডিঙিত আধুনিক ধৰণেৰে তৈয়াৰ কৰোৱাই অনা জোনবিৰী পিন্ধে, মৃণালৰ দৰে হাতৰ ঠাৰিত পিন্ধে গোটা-খাৰু। কাণৰ লেটুত কেৰুৰ দৰেই এবিধ ফুল পিন্ধে। শুভ্ৰা

তাৰ তিৰোতা হ'লে সি পথাৰত হালবোৱাৰ আশা, মাটিত সোণ গজোৱাৰ আশা চিৰকাললৈ বিসৰ্জ্জন দিব লাগিব। মাটিৰ লগত তাৰ জীৱনৰ সম্পৰ্ক আছিল নিবিড়। সেই মাটিৰ পৰাই শত্ৰুৱে তাক বিচ্ছিন্ন কৰি দূৰলৈ লৈ যাব! অসহায় হৈ সি আকাশৰ ফালে চায়— কিজানি কিবা সমিধান পায়েই। এনেকুৱাবোৰ দুশ্চিন্তা হৈ থকাৰ বাবেই নিৰ্ম্মলে পঢ়াশুনা কৰিব নোৱাৰে। উজাগৰী আৰু অনিশ্চয়তাৰ মাজেৰে তাৰ দিনৰাতি পাৰ হয়। এনেকুৱা দোধোৰ-মোধোৰ অৱস্থাত থাকোঁতেই নিৰ্ম্মলে চেনীমলাৰ চিঠিৰ পৰা জানিব পাৰিলে—কেশৱে পুনৰ বিয়া কৰাইছে। মালতীৰ হেনো স্বভাৱত খুঁত আছে। মাকে লিখিছে তোৰ য'তে মন যায় খবৰটো দিবি। এজনী বোৱাৰী নানিলে মনত আৰু শান্তি নাই।

ভনীয়েক চেনীমলাই ককায়েকৰ মনৰ কথা জানিছিল। স্বামী পৰিত্যক্তা মালতীক যদি ককায়েকে বিয়া কৰায় তেন্তে সমাজত সিহঁত বহুত তললৈ নামি যাব লাগিব। সিহঁত গাৱঁৰ আঢ্যৱন্ত গৃহস্থী। দহে মান কৰে—এই কাৰণে ককায়েকে মালতীক বিয়া কৰোৱা উচিত নহয়। ইয়াৰ বাহিৰেও তাই তাইৰ নিজৰ চিন্তাও নকৰাকৈ থকা নাই। তাই মালতীলৈ এখন চিঠি লিখিলে।—

মৰমৰ মালতী!

আশা কৰোঁ তই ভালে আছ। তোক অলপ আমনি দিব লগা হ'ল, বেয়া নেপাবি। কেশৱে যে পুনৰ বিয়া কৰালে এইটোতহে আমি গাৱঁত আটায়ে বৰ দুখ পাইছোঁ। তোৰ ভাগ্যখন কিন্তু ভাল যেনেই লাগিছিল। যেই হওক এতিয়া শুন—ককাইটিৰ বিয়াখন আই-দেউতাই সোনকালে পাতিব খুজিছে। ভাল ঘৰৰ এজনী ছোৱালীৰ খবৰ আমি পাইছোঁ। পঢ়াশুনা জনা ছোৱালী। ককাইটিৰ মন খাইছে। তোৰ বাবেই ককাইটি আগ নেবাঢ়ে। ভাবি চাচোন তোক যদি এতিয়া ককাইটিয়ে বিয়া কৰাই তেন্তে সমাজত আমি সন্মানেৰে বৰ্ত্তি থাকিব পাৰিমনে? তই নিশ্চয় ককাইটিৰ শুভাকাঙ্ক্ষী। তই চেষ্টা কৰ ককাইটিৰ বিয়াখন যাতে সোনকালেই হৈ যায়। ইতি—

তোৰ চেনীমলা



এনে চিঠিও চেনীমলাই মালতীলৈ লিখিব পাৰিলে। শৈশৱৰ সমনীয়া বুলিও তাইৰ অন্তৰত অকণি মৰম নহলনে? মালতীয়েতো নেজানে যে চেনীমলাৰ ৰোগ কৰ'বাত। চেনীমলাই ভাবিছিল শত্ৰুৰ লগত যদি ককায়েক নিৰ্ম্মলৰ বিয়াখন হৈ যায় তেন্তে শত্ৰুৰ ককায়েক পুলকলৈ তাইক বিয়া কৰাব পাৰে। নিৰ্ম্মলৰ চিঠিবোৰতে তাই পুলকৰ সকলো খবৰ ইতিমধ্যে পাইছিল। তাইৰ বয়স জানো কম, একুৰি যোৱা চ'তে পাৰ হৈ গ'ল।

চেনীমলাৰ চিঠিখনে তাইক উন্মাদিনীৰ দৰে কৰিলে। ইয়াত কান্দি-কাটি হুলস্থুল তাই কৰিব নোৱাৰে। এইটো ছাত্ৰীনিবাস। অপৰিসীম যন্ত্ৰণাৰে তাই দিন অতিবাহিত কৰে।

এৰা —তাই স্বাৰ্থপৰ। নহলে তাই কিয় নিৰ্ম্মলৰ জীৱনটোত সোমায় অগাদেৱা কৰিব! কি অধিকাৰ তাইৰ আছে? কাৰ ওপৰতেই বা তাইৰ অধিকাৰ আছে! চেনীমলাই তাইৰ চকু মুকলি কৰি দিছে। তাই যদি প্ৰকৃততে নিৰ্ম্মলৰ সুখ কামনা কৰে, তেন্তে তাই নিৰ্ম্মলৰ বিয়াখনত সহযোগ কৰিব লাগিব। অধিক তাই ভাবিব নোৱাৰে, মূৰটো তাইৰ ঝিম্‌ঝিমাবলৈ ধৰে।

ফাগুন মাহৰ গধূলিৰ গোমোৱা আকাশখনলৈ চায় তাই মন স্থিৰ কৰে—ততালিকে তাই নিৰ্ম্মললৈ চিঠি লিখিবলৈ বহিল—

পূজনীয় ককাইটি,

বহুত দিনৰ মূৰত তোমালৈ আজি চিঠি লিখিবলৈ বহিছোঁ। কিন্তু কি লিখিম! সকলো ভাষা মোৰ মূক হৈ গৈছে। জীৱনৰ ছন্দৰ পতন হ'ল। এটি দিন আছিল—যিদিনা তুমি হাঁহিছিলা—মই হাঁহিছিলোঁ— অন্তৰ উজাৰি দুয়ো হাঁহিছিলোঁ। হাঁহি হাঁহি বহুত দিন তোমাৰ সেই বহল বুকুখনিতে ঢলি পৰিছিলো। ধনশিৰি পাৰৰ ৰূপহী গাৱঁত আনন্দৰ গঙ্গা-যমুনা বোৱাইছিলোঁ। কিন্তু সেয়ে শেষ। ক'ৰবাৰ হাঁহি ক'ৰবাত লয় হ'ল, গঙ্গা-যমুনা শুকাল। অতীত ৰোমন্থন কৰি আজি লাজ পাওঁ। ক্ষমা কৰিবা মোৰ স্পৰ্দ্ধাৰ বাবে।

আমাৰ মনবোৰ ইমান ক্ষুদ্ৰ। ইয়াৰ পৰিধি এটা বিন্দুতকৈয়ো

হয়তো সৰু। আমাৰ ছোৱালীবোৰৰ জনম যেন বিয়া হৈ এঘৰত কিনা বান্দীৰ দৰে দিনৰ পাছত দিন স্বামী সেৱা, গুৰুজনৰ সেৱা, আত্মীয়-স্বজনৰ যতন আৰু লৰা-ছোৱালীৰ জন্ম দি জীৱন ধাৰণ কৰিবলৈকে। অতীতত মই নজনাৰ বাবেই তোমাৰ লগত প্ৰেমাভিনয় কৰিছিলোঁ। শিক্ষাই মোৰ মনৰ পৰিসৰ বৃদ্ধি কৰিছে—। এতিয়া বুজিছোঁ সেই প্ৰেম প্ৰকৃত প্ৰেম নাছিল। আছিল লৰা-ধেমালি। তোমাক কিয়? মই কোনো পুৰুষকে দ্বিতীয়বাৰ বিয়া নকৰাওঁ। তুমি বিয়া কৰোৱা। লৰা-ছোৱালীৰ জন্ম দিয়া। মই কোনো কালে মাতৃ নহওঁ—মই চিৰ বন্ধ্যা। শুনা—মই পঢ়িম। দেউতাৰ ইচ্ছা মই পঢ়িশুনি হাকিম হ'ম। আমাৰ অসমতে কেইবাগৰাকী মহিলা ইতিমধ্যে হাকিম হৈছেই। জ্ঞান অৰ্জ্জনৰ পথ তুমিয়েই মোক প্ৰথমে দেখুৱাইছিলা—সেইবাবে তুমি মোৰ চিৰ-নমস্য। মোৰ অপৰাধ মাৰ্জ্জনা কৰিবা। ইতি—

মালতী

চিঠিখন লিখা হ'লত তাই কান্দি কান্দি শোৱা-পাটিত পৰিল। এই সাধাৰণ তুলাপাতখনেই সিহঁতৰ প্ৰণয়ৰ জৰীগছি চিৰকালৰ কাৰণে চিঙি দিব! তাই ভাবিব নোৱাৰে। অদূৰ ভৱিষ্যতে তাইৰ কি আছে—তাই নেজানে। তাইৰ চকুত নামে মোচুম। চকু-লোৰ ধাৰ যেন কোনো-কালে নুশুকাব। তাই জীয়াই থকাৰ স্বীকৃতি নেপালে। বিস্মৃতিৰ গৰ্ভত সিহঁতৰ মধুময় অতীত লীণ হৈ যাব। ভৱিষ্যত হৈ পৰিব অন্ধকাৰাচ্ছন্ন। স্মৃতিৰ দোলত তাই গোপনে যাচিব স্মৃতিৰ অৰ্ঘ্য—অশ্ৰু-অঞ্জলি। চিঠিখন ডাকঘৰত দিবলৈ পঠোৱাৰ পাছত তাই অনুভৱ কৰিলে তাইৰ বুকুত যেন কোনোবাই এটা গধুৰ শিলহে তুলি দিছে।

এই ঘটনাৰ পাছত তাই তাত সুস্থিৰেৰে পঢ়াশুনা কৰিবলৈ অপাৰগ হৈ পৰিল। নিজৰ দুখ অহৰহ চেপি ৰাখি মালতীজনী দিনে দিনে শুকায় যাবলৈ ধৰিলে। বান্ধৱীহঁতে তাইক ৰবমকৈ সুধিলে কয়, তাইৰ গা ভাল নহয়।

কিছুদিনৰ পাছতে তাই দেউতাকৰ লগতে গাৱঁলৈ আহিল। মনৰ ভৰ--কিজানি ফুৰি চাকি আহিলে মনটো ভাল লাগেইবা। যথাসময়ত



নিৰ্ম্মলে মালতীৰ চিঠি পালে। সি ভাবিলে মালতীজনীয়ে চিঠি লিখিবলৈ শিকিছে বেচ। তাইৰ সাহৰ পিতটো কম নহয়। হাকিম হয়! ভালেটিহে কেশৰে চুলিত ধৰি ঘৰৰ পৰা বাজ কৰি দিলে!

সি চিঠিখন বাৰে বাৰে পঢ়ে। পঢ়ি শোৱা কোঠাটোৰ এমূৰৰ পৰা সিমূৰলৈকে হাত দুখন পাচফালে থৈ অস্থিৰ চিত্তে অহা যোৱা কৰে। আগত এম. বি. বি. এছ'ৰ ফাইনেল পৰীক্ষা।

এপিনে শুভ্ৰা, আনপিনে মালতী, এপিনে বৰ্ত্তমান, আনপিনে অতীত, এপিনে মোহ, আনপিনে প্ৰেম—তাৰ সন্মুখত ফণা তুলি থিয় হয়। চিঠিখনৰ কিবা এটা উত্তৰ দিবলৈ সি হাতত কলম লয়।

মালতী,—

তই হাকিম হবি। শুভাকাংখী হিচাবে এই আশা চিৰকাল কৰিম। তোৰ উজ্জ্বল ভৱিষ্যত মোৰো কাম্য। যেই হওক তই মোলৈ যিখন চিঠি লিখিছিলি যদি সুস্থিৰ দৃষ্টিভংগীৰে লিখিছ—কবলৈ তেন্তে মোৰ একো নাই। মোৰ পন্থা মই অৱলম্বন কৰিম। যদিহে এই চিঠি অসুস্থ দৃষ্টিভংগীৰে লিখি এতিয়া অনুতাপ কৰিছ তেন্তে তই মোলৈ ক্ষমা খুজিবি। নহ'লে চিৰকাল কান্দিবি। ইতি—

তোৰ নিৰ্ম্মল

এদিন দুদিনকৈ সপ্তাহ, মাহ পাৰ হৈ যায়। অশান্তিৰ মাজেদি সি পৰীক্ষাও দিলে কিন্তু মালতীৰ চিঠি আৰু সি নেপালে। ক্ষোভেৰে তাৰ মন ভৰি গ'ল। স্কুলৰ মুখ দেখি ছোৱালীৰ অহঙ্কাৰ হ'ল। কিন্তু তাইৰ বাবে শুভ্ৰাৰ বিয়া বন্ধ কৰিব নোৱাৰি। শুভ্ৰাৰ মাকে ইতিমধ্যে কেইবাবাৰো তাৰ বিয়াৰ বিষয়ে কাণ চোৱাইছে। বুকুৰ হম্-হম্ণি, মনৰ ক্ষোভ মাৰ নৌ যাওঁতেই সি শুভ্ৰাৰ মাকক কলে, দেউতাক আৰু মাকৰ মত থাকিলে এই বিয়াত তাৰ অমত নাই।

তাৰ সমিধান পোৱাৰ পাছৰে পৰা দুয়ো পক্ষ বিয়াৰ বাবে সাজু হ'ল। মালতী বুলি এজনী ছোৱালী তাৰ মনত মৰি ভূত হৈ গ'ল।

শুভ্ৰাৰ দৰে এজনী ৰূপহী গাভৰু লাভ কৰিবলৈ পোৱাৰ সৌভাগ্য হোৱাৰ বাবে তাক বন্ধু বান্ধৱে অভিনন্দন জনালে।

নিৰ্ম্মল দেখনিয়াৰ লৰা। স্বভাৱ চৰিত্ৰ ভাল। বিলাতলৈ গৈ অধ্যয়ণ কৰাৰ আশাও নিৰ্ম্মলৰ আছে। গতিকে নিৰ্ম্মলৰ দৰে জোৱাঁই পাবলৈ শুভ্ৰাৰ মাক ব্যগ্ৰ হোৱাতো স্বাভাৱিক।

লুইতৰ পাৰত ফুৰিবলৈ গৈ তাৰ মনটো উৰি যায়—আকাশ পথেদি উৰি যোৱা কপৌ চৰাইটোৰ পিছে পিছে। কপৌটোৱে হয়তো লগৰী বিচাৰি বিচাৰি বাট হেৰুৱাব—পৃথিবীলৈ নামি আহিব এন্ধাৰ। সেই ঘন ঘোৰ এন্ধাৰত সি বাট হেৰুৱাই ভাগৰি যাব। হতাশাৰে মন ভৰি পৰিব। সি দুৰ্ব্বল হৈ যাব লগে লগে তাৰ ডেউকা দুখন জাপ খায় আহিব—আকাশৰ পৰা সি আহি পৃথিবীৰ কোনোবা প্ৰান্তত চিৰকালৰ বাবে হেৰায় যাব। কোনো দিনে সি তাৰ জীৱনসঙ্গিনীক বিচাৰি নেপাব।

—কি ভাবিছা—শুভ্ৰাই সোধে।

তন্ময়তা তাৰ আঁতৰি যায়—নাই একো ভৰা নাই শুভ্ৰা।

শুভ্ৰাই লক্ষ্য নকৰাকৈ নাছিল যে কেতিয়াবা হঠাতে বহুত সময়ৰ বাবে নিৰ্ম্মল অন্যমনস্ক হৈ পৰে। চকু দুটাত যেন বহুত অব্যক্ত বেদনা নিহিত হৈ আছে। তাই বুজিব নোৱাৰে নিৰ্ম্মলৰ মনোবেদনা কোনখিনিত।

—তুমি কেতিয়াবা ইমান উদাস হৈ যোৱা কিয়?

—কোনে কলে মই উদাস হৈ যাওঁ বুলি।

—কোনেও কোৱা নাই—মই নিজেই উপলব্ধি কৰিছোঁ, তোমাৰ বুকুত যেন বহুত বেদনা আছে।

—এৰা, তুমি ঠিকেই ধৰিছা। গাওঁখনলৈ বৰকৈ মনত পৰে কেতিয়াবা।

—তোমাৰ গাৱঁত ভাল লাগে?

—গাৱঁৰ মাটি, পানী-বতাহেৰে জন্ম আমাৰ শুভ্ৰা। দেহৰ কোঁহে কোঁহে গাৱঁৰ মাটিৰ কেচা গোন্ধ আছে। গাৱঁৰ কথা ভাবিলে মই মনত বল-শক্তি পাওঁ।

নিৰ্ম্মলৰ কথা শুনি শুভ্ৰাৰ ভাল নালাগে। তাইৰ বিশ্বাস জোক,



পোক, দাঁহ, ম'হ, কেচু-কুমতিৰে গাওঁ ভৰা। গাৱঁৰ মানুহবোৰ দুখীয়া, বেমাৰী, লেতেৰা, মুৰ্খ, এলেহুৱা। এনেকুৱা গাৱঁৰ প্ৰতি শিক্ষিত ডেকাৰ আকৌ মোহটো কিহৰ!

তাইৰ মতে তুমি পঢ়িছা শুনিছা, চহৰৰ বঙলা ঘৰত ধুনীয়াকৈ থাকিবা; এটা ৰেডিও ল'বা, এখন সৰু মটৰগাড়ী ল'বা, তোমাৰ ঘৰটোৰ সন্মুখত থাকিব এখন সেউজীয়া লন্। ইয়াৰ আশে-পাশে থাকিব কেইজোপামান ফুলৰ গছ, জাপানী প্লেণ্ট, 'বটল প্লেণ্ট'। ৰঙা ৰঙা চিলভিয়া ফুলে ঠায়ে ঠায়ে লন্খনৰ সৌন্দৰ্য্য আকৰ্ষণীয় কৰি তুলিব। লন্খনৰ মাজ ভাগতে দুটামান নোদোকা লৰা-ছোৱালীয়ে দামী দামী খেলনা লৈ খেলিব। জাবকালিৰ মিঠা ৰ'দ পুৱাবলৈ মই এই লন্খন-লৈকে আহি ইয়াৰ মাজত পাতি থোৱা ৰঙা ৰহন বোলোৱা বেতৰ চকী-খনত বহিম। ইয়াতে বহি মই উলৰ চুৱেটাৰ গুঠিম। আৰু তুমি যেতিয়া মোৰ ওচৰতে থকা এখন চকীত বহি এখন ফিলিম্ ফেয়াৰ হাতত লৈ কোনোবা শিল্পীৰ এলচিচিয়ান কুকুৰটোৰ গল্পবোৰ পঢ়িবা তেতিয়া হয়তো এটা শ্যাম দেশীয় মেকুৰী আহি তোমাৰ কোলাত বহি তুমি কোৱা কথাবোৰ বুজিবলৈ চেষ্টা কৰিব!

—মনে মনে ৰ'লা যে; মোৰ কথা শুনি তোমাৰ ভাল নেলাগিল নহয়নে?

তাই নিৰ্ম্মলৰ কথাটোৰ উত্তৰ নিদি সুধিলে—কোৱাচোন তুমি ফুল ভাল পোৱানে?

—নিশ্চয় পাওঁ।

—কি ফুল?

—মালতী।

—মালতী?

—লিলি, টিউলেপ, গ্লেডিয়লা ফুলৰ দৰে ফুল থাকোঁতে তুমি বিচাৰি পালাগৈ মালতী ফুল?

—এৰা, মই মালতী ফুলৰ দৰে একো ফুলেই ভাল নেপাওঁ।

শুভ্ৰাৰ এনেকুৱা ধৰণৰ কথাবোৰে তাৰ মুৰ গৰম কৰি তোলে। তথাপি তাই তাক জীৱন যৌৱন সৰ্ব্বস্ব সমৰ্পণ কৰিবলৈ আগবাঢ়িছে।

শুভ্ৰাৰ ফেহু বগা উঠন বুকুখনে তাক বলীয়া নকৰে। সি মাথোঁ তাইৰ লগত থাকিলে চিন্তাৰ পৰা খন্তেকৰ বাবে হলেও অব্যাহতি পায় —এয়েই তাৰ লাভ।

চাওঁতে চাওঁতে ফাগুন গৈ চ'ত পালেহি। চ'ত সোমোৱাৰ লগে লগে কুলিৰ মৌবৰৰা মাতে সিঁচি দিলে ৰূপহী গাৱঁত সুৰৰ অমিয়া। তাঁত শালত শিপিনীহঁতে মনে মনে তোলোঠা ঘূৰাবলৈ ধৰিলে। ম'হৰ শিঙৰ পেঁপা, গগনা, ঢোল-খোলৰ শব্দত গাওঁ তল ওপৰ লাগিল। বিহুলৈ বেচিদিন নাই। ডেকাচামে হুচৰি গাবলৈ বিহু নাচিবলৈ এতিয়াৰে পৰা গাৱঁত আখৰা কৰিছে।

প্ৰকৃতিৰ বুকুত নব-মঞ্জৰিৰে উপচি পৰিছে। গছৰ ডালে ডালে ঠেৰুৰে ঠেৰুৰে কুঁহি কুঁহি সেউজীয়া পাত মলিয়াইছে।

জাৰকালি শুকাই যোৱা ধনশিৰি এতিয়া ফেনেফোটোকাৰে ওফন্দি পৰিছে। জাৰকালি দূৰণিৰ যিবোৰ পৰ্ব্বতশৃংগত তৰপে তৰপে বৰফ পৰি হীৰা যেনেকৈ জিলিকিছিল এতিয়া সেই জিলকণিবোৰ নিষ্প্ৰভ হৈ আকাশ নীলা হৈ গৈছে। সিপাৰৰ গাওঁবোৰৰ পৰা কুঁৱলীয়ে বিদায় লৈছে। বহুতদিন শুই থকাৰ পাছত গাওঁখনে সাৰ পাই উঠিছে যেন।

নীলিম আকাশত বিশ্বৰ বিচিত্ৰ ডাৱৰে পাল তৰিছে। বিজুলীৰ চিক্‌মিক্‌নিয়ে এন্ধাৰ নিশা গাৱঁৰ সৰু সৰু পঁজাঘৰবোৰ জিলিকাই তোলে। এনে মোহনীয় দিনতে বহাগীয়ে পৃথিৱীলৈ আহি প্ৰাণময়ী হাঁহিটোৰে পৃথিৱীৰ সৰু সৰু মানুহবোৰক জনায় 'স্বাগতম্'।

এনেকুৱা এটা ৰংগমুখৰ দিনতে নিৰ্ম্মলৰ বিয়া। বহাগৰ বাৰ তাৰিখ আছিল সেই দিনটো। শুক্লপক্ষৰ উজ্জ্বল আলোকৰ মাজেদি ধনশিৰিৰ জিল্‌মিল্‌ পানীৰ ওপৰেদি নিৰ্ম্মলে কেশৰে সজা সাঁকোৰেদি যাব লাগিব শুভ্ৰাক তাৰ জীৱনৰ লগৰী কৰিবলৈকে।

বিয়াৰ কেইদিনমানৰ পূৰ্ব্বেই নিৰ্ম্মল গাৱঁলৈ আহিল। বিয়া পতা মানে বহুত লেঠা। সি কিছু সহায় নকৰিলে নহ'ব। কিন্তু গাৱঁৰ এই বিনন্দীয়া ৰূপ দেখি নিৰ্ম্মল মুগ্ধ হৈ যায়। ৰবৰবাৰীত মৰা দেহ কাটি কাটি সি একৰকম গাওঁখনৰ এই লখিমী ৰূপটোৰ কথা পাহৰিয়েই গৈছিল। ৰূপহীৰ আকাশত জিল্‌মিলায় থকা ৰূপোৱালী জোনটোৰ



কথা, ধনশিৰিৰ বুকুত অহৰহ বাগৰি থকা অজস্ৰ উৰ্ম্মিমালাৰ কথা ইমান দিনে নিৰ্ম্মলৰ মনত পৰা নাছিল। গাওঁখনৰ এই সৌন্দৰ্য্যই নিৰ্ম্মলক আনন্দ দিলেও বেদনা নিদিয়াকৈ নেথাকে। কিবা এটা নোপোৱাৰ বেদনাত নিৰ্ম্মলৰ বুকুখনে হাহাঁকাৰ কৰি উঠে। সি জানে অতীতৰ বুকুত সমাধি নিৰ্ম্মাণ কৰিবলৈকে সি শুভ্ৰাক বিয়া কৰাব লাগিব। তাৰ জীৱনটোলৈ মৰুভূমি নামিব নেকি? মৰুভূমিত হাহাঁকাৰ কৰি ফুৰা আতুৰ যাত্ৰীয়ে খেজুৰ গছৰ অকণমান দৃশ্য দেখা পালেও মনত সান্ত্বনা লাভ কৰে— সি তেন্তে কি দেখি তাৰ মৰুভূমিতুল্য জীৱনটোত সান্ত্বনা লভিব! সংসাৰ মৰুত সি হয়তো ওৰে জীৱন হাহাঁকাৰ কৰিব লাগিব। সৌৱা বিহুতলিত যৌৱনৰ বা লগা ডেকা-গাভৰুহঁতে মতলীয়া হৈ নাচিছে। খামুচীয়া এমুঠি ককালৰ পৰা খাৰু গাঠিলৈকে মুগা পাটৰ ৰিহা মেখেলা পিন্ধি লাহতীহঁতে ককাল ভাঙি নাচিছে। মূৰত বিহুৱান মাৰি চেনাইহঁতে পেঁপাত ফু দিছে—কিমান সহজ আৰু সৰল আয়োজন। কিমান স্বাধীন নৈ পৰীয়া জীৱন! এইবোৰে তাৰ জীৱনত কোনোদিনে আৰু সৃষ্টি কৰিব নোৱাৰিব—স্পন্দনৰ। সি হৈ পৰিব এছটা নৈৰ পাৰৰ শিল। শুভ্ৰাৰ মনৰ দেহৰ খোৰাক মিলাবলৈকে ঈশ্বৰে তাক সৃজন কৰিছিলনে? গাৱেঁৰে সৰগ ৰচাৰ যি সপোন দেখিছিল—সি সেই সপোন বাস্তৱত কোনোকালে নফলিয়াই। ফলিয়াবৰ আশা নাই।

মালতী আৰু গোলাঘাটৰ ছাত্ৰীনিবাসলৈ উভতি নগ'ল। কি হ'ব পঢ়িশুনি! বিহুৰ বলীয়া বতাহে তাইৰ মন আজি বাউল নকৰে, পথাৰলৈ নেযায়। নৈৰ পাৰ তাই বহুত দিন দেখাই নাই। ঘৰতে জুপুকা মাৰি বহি কিবা ভাবি থকা মাক-দেউতাকে দেখে, তাইৰ মনৰ অৱস্থা দেখি মাক-দেউতাকৰ চকুত টোপনি নোহোৱা হ'ল, কি হ'ল ছোৱালীজনীৰ।

বিহুৰ পাছৰে পৰা তাইৰ আৰম্ভ হ'ল জ্বৰ। জ্বৰৰ ভমকত তাই বহুত কথায় কয়—কিন্তু কি তাই কয় কোনেও নুবুজে। কেতিয়াবা বহুত পৰলৈ চেতনাই নেথাকে। বলেন বেজে জাৰিলে, তাবিজ মাদলি দিলে কিন্তু ৰোগৰ উপশম হোৱা দেখা নগ'ল। মোমায়েক আঘোনাই

জেতুকীৰ থুৰীয়াজোৰ বন্ধকত থৈ ঈশ্বৰলাল মহাজনৰ পৰা ডেৰকুৰি টকা লৈ সিপাৰৰ পৰা ডেকা ডাক্তৰ গোস্বামীক আনিবলৈ লৰ ধৰিলে। যথাসময়তে ডাক্তৰ আহিল। ৰোগীক চাই ক'লে 'চেৰিব্ৰেল মেলেৰীয়া'। খৰছ কৰিব লাগিব। তেওঁৰ হাতত থকা দৰৱেৰেই তেতিয়া এটা বেজী দিলে। কিন্তু ইমানবোৰ টকা দেবেনে পাব ক'ত? ইপিনে এটি সন্তান!

প্ৰেছক্ৰিপছন লেখি দি ডাক্তৰ গ'লগৈ। দেউতাকে হালৰ গৰু বন্ধকত থৈ সিপাৰৰ প্ৰেমলালৰ পৰা চাৰিকুৰি টকা নগদ আনিলে।

মৰমৰ বলধটোক বন্ধকত থবলৈ দেবেনৰ বেজাৰ লাগিছিল। কিন্তু তেজমঙহৰ সন্তানতকৈ গৰু ডাঙৰ নহয়। দুখীয়া ধৰণেৰেই মালতীৰ শুশ্ৰূষা কৰিলে মাক দেউতাকে। বহু নিশা তাইৰ মূৰৰ শিতানত বহি নোশোৱাকৈ পাৰ কৰি দিলে। নামঘোষাখনৰ ওচৰত মাটিৰ চাকিটো লৈ দেউতাকে অহৰহ স্মৰণ কৰে—যাৰ পৰা এই বিশ্বৰ সৃষ্টি হৈছে, প্ৰতিপালিত হৈছে আৰু সংহাৰ হৈছে—মানুহৰ ভাগ্যনিয়ন্তা সেই ভগবানৰ অমৃত কথা।

তাই অৱশেহত আৰোগ্য হ'ল; কিন্তু মৰ্ম্মান্তিক কথা হ'ল তাইৰ বাক্‌শক্তি নোহোৱা হ'ল। তাই উঠে বহে খায় শোৱে। কিন্তু কথা কবলৈ সম্পূৰ্ণ অক্ষম। জেতুকীয়ে কান্দি কাটি গছৰ পাত সৰুৱালে। দেবেনৰ বুকু ডোখৰ ডোখৰ হৈ গ'ল। আঘোনাই সান্ত্বনা দিবলৈ এই দম্পতিক যথেষ্ট প্ৰয়াস কৰিলে—কিন্তু কি ভাষাৰে সি দিব সান্ত্বনা! আঘোনাই তাইক মৰম কৰে, বৰ চেনেহেৰে আহি তাইৰ ওচৰত বহি ঘোষা পদ গায়—তাইকো গাবলৈ কয়—তাই মাথোঁ অবুজ দৃষ্টিৰে তাৰ মুখলৈ চাই ৰয়। ওঁঠখন অকণ অকণ কঁপি উঠে।

তাতকৈ মৰি যোৱাহে'তেনেই ভাল আছিল। বৰ দুখত দেবেনে কয়। আঘোনাই বুজায়, বিপদত ধৈৰ্য্য ধৰিব লগে। ছোৱালীজনী ভাল হ'ব।

আঘোনাই দেবেনৰ একমাত্ৰ ভৰসা, বিপদৰ বন্ধু, অমাতৰ মাত। গোটেই গাওঁখনে দেবেনৰ উপকাৰ পাহৰিলেও আঘোনাই নেপাহৰে।

স্বামী-পৰিত্যক্তা জীয়েক মালতীক লগত ৰখাটোৱেই দেবেনৰ অপৰাধ। গাৱেঁ নেওচা দিলে বুলিয়েই তেজমঙহৰ সন্তানটোক পেলাই দিব দেবেনমাষ্টৰে নোৱাৰে। চিন্তাত মুখমণ্ডলৰ ৰেখাবোৰ স্পষ্ট হৈ



জিলিকে, চুলিবোৰত বয়সৰ বোল লাগিছে। নিৰুপায় হৈ নিৰৱে মাথোঁ মালতীৰ বাবে চিন্তা কৰে।

নিৰ্ম্মলে দেবেনমাষ্টৰৰ ঘৰৰ ছাঁটোকে নগছকিবলৈ প্ৰথমে স্থিৰ কৰিছিল যদিও মনটো সদায় উচপিচাই আছিল। এবাৰ দেবেনমাষ্টৰক দেখা নকৰাটো সি যেন বৰ অপৰাধৰ কাম কৰিলে। জীয়েকৰ ওপৰতহে নিৰ্ম্মলৰ যত ক্ষোভ। দেউতাকেটো তাক একো আঘাত দিয়া নাই।

চেনীমলাহ'তে মালতীৰ সকলো খবৰ নোপোৱাকৈ থকা নাছিল। কিন্তু অথন্তৰ মিলাৰ ভয়তেই ককায়েকৰ পৰা সতৰ্কতাৰে মালতীৰ সকলো খবৰ গোপনে ৰাখিছিল। মালতী আহি ঘৰত থকাৰ খবৰটোও নিৰ্ম্মলে আৰুকি গম পোৱা নাছিল।

বিবাহ উপলক্ষে মনেশ্বৰ বায়নৰ ঘৰত উলহ মালহ। আগফাল পাছফাল শুৱনী কৰি ৰভা সাজিছে, পদুলি সজাইছে, পদুলি মুৰত ক'লা কাপোৰৰ ওপৰত বগা তুলাৰে ইংৰাজীৰে 'ওৱেল কম' শব্দটোও গাৱঁৰ দুই চাৰিজন লিখা-পঢ়া জনা লৰাই লিখি দিছে।

নেপালী খুটিৰ এ'ৰা গাখীৰ, দৈ, গুৰ যথাসময়তে বিয়া ঘৰ পালেহি। পিঠা-পনা, চিৰা-সান্দহ বিধে বিধে ভাজি পাৰতি চাঙ ওপচাই তুলিছে। ধনী আৰু মানী মনেশ্বৰৰ একমাত্ৰ বংশধৰ নিৰ্ম্মল। ক'তো অকণো আঁৰ নলগাকৈ বিয়াখন পাতিব লাগিব।

সোণপাহী, কেতেকী, বকুলীহ'তৰ গাত তত্ নাই—বিহুৰ বা নৌ যাওঁতেই নিৰ্ম্মলৰ বিয়া। সিহ'তৰ হাঁহি খিকিন্দালিতে বিয়াঘৰ জীৱন্ত হৈ আছে।

শুভ্ৰাক জোৰোণ পিন্ধোৱা হৈ গ'ল। নিৰ্ম্মলে নিৰৱে তাৰ কৰিব লগা কাম কৰি যায়—প্ৰাণ আছে, স্পন্দন নাই—দেহ আছে, মন নাই। ধৰিত্ৰী তাৰ বাবে আজি যেন বন্ধ্যা।

বিয়া দুৰণিৰটীয়া। আগদিনাই যাত্ৰা কৰিব লাগিব। জ্যোতিষীয়ে শুভক্ষণ চাই সময় থিৰ কৰি থৈছে।

নিৰ্ম্মলৰ মনটো ভাল লগা নাই। তাৰ বিয়া, অথচ তাৰ মনত উৎসাহ উদ্দীপনা নাই। মাক-দেউতাকৰ সন্তুষ্টিৰ অৰ্থে সি বিয়া কৰাব। তাৰ জীৱনৰ ওপৰত শুভ্ৰাৰ প্ৰভাৱ পৰিব। লগে লগে তাৰ মৃত্যু ঘটিব,

মৃত্যু ঘটিব তাৰ সম্ভাৰ। তাক আশীৰ্ব্বাদ দিবলৈ দেবেনমাষ্টৰ নাহিল—জেতুকী নাহিল। তাৰ জীৱনৰ পথপ্ৰদৰ্শক দেবেনমাষ্টৰ। এই মানুহ-জনৰ পৰা একাজ'লি আশীৰ্ব্বাদ পোৱা হ'লে হয়তো সি মনত এধানিমান শান্তি লাভ কৰিবলেহেঁতেন—কিন্তু সেইৰূপ শান্তিৰ পৰাও সি আজি বঞ্চিত।

মালতী বঞ্চিতা, সি বঞ্চিত। জগতৰ অন্তৰালত দুয়োটা জীৱনে উচুপি উচুপি কান্দিছে—কান্দিব। দুয়োটা জীৱনে সেই দিনটোৰ বাবেই হয়তো ধৈৰ্য্যেৰে অপেক্ষা কৰি ৰব—যি দিনটোত সিহঁতে এই পৃথিৱীৰ জীয়া জীৱনৰ পৰা বিদায় লৈ যাবগৈ। হয়তো সিহঁতৰ অশান্ত আত্মাই কোনোবা ঠাইত ইটিয়ে সিটিৰ বুকুত জিৰণি লবগৈ।

নাই—তাক মালতীয়ে নিবিচাৰে, বিচৰা হ'লে সেইদৰে চিঠি নিলিখিলেহেঁতেন! সি হে তাইক বিচাৰে। তাই হয়তো এতিয়াও হাকিম হোৱাৰ সপোনকে দেখিছে। তাই যদি হাকিম মুণ্ডুপ কিবা হয় ভালেই—আৰু যদি নহয়? তাই গোটেই জীৱন উচুপনি তুলি ধনশিৰিত বান নানিবনে?

নাই—তাই মোক ভাল পায়। মোক মৰম কৰে— তাইৰ দেউতাক আৰু মাকে। চাবৰ কিবা অথন্তৰ হৈছে। নহ'লে মোক এই শুভ দিনটোত আশীৰ্ব্বাদ দিবলৈ কেতিয়াও নহাকৈ নেথাকিলেহেঁতেন। মইয়ে যাম। যাত্ৰা কৰাৰ আগতে এবাৰ মোৰ পূজনীয় গুৰুৰ পদধূলি শিৰত নোলোৱাকৈ মই যাব নোৱাৰোঁ।

ভবা মতেই সি যেতিয়া যাবলৈ ওলাল—তেতিয়া মাকে তাক বাধা দি ক'লে—'আজিৰ দিনটোত তই ক'লৈকো যাব নেপায় মইনা। মই তেওঁৰ খবৰ লবলৈ পঠিয়াও ৰ' তই যাব নেলাগে।'

ওহোঁ মই যাম। তই বাধা নিদিবি আই। যাৰ জ্ঞানৰ জোৰে মোৰ অন্তৰত জ্ঞানৰ পোহৰ পেলাইছিল, যি জনৰ শিক্ষাৰে দীক্ষিত হৈ সংসাৰত মানুহৰ দৰে জীৱন নিৰ্ব্বাহ কৰিবলৈ সাহস কৰিছোঁ—সেই-জনৰ আশীৰ্ব্বাদ নেপালে মই অসুখী হ'ম আই।

মাকে আৰু আপত্তি নকৰিলে। পুতেকৰ স্বভাৱ মাকে জানে। যি কাম কৰিব খুজিব তাক বাধা দিবৰ শক্তি অন্ততঃ মাকৰ নাই। আৰু



নিৰ্ম্মলে দেখাত বেয়া কামো কৰিব খোজা নাই—মাথোঁ ভয় কিজানি মালতীক দেখিলে তাৰ মতিভ্ৰম হয়!

দৰা যাবলৈ অনা টেক্সিখনতে উঠি নিৰ্ম্মল গ'লগৈ। মাকৰ মুখ বিবৰ্ণ হ'ল। দেউতাকে মানিলে বিস্ময়, আৰু চেনীমলা হ'ল হতাশ।

নিৰ্ম্মলৰ টেক্সিখন আহি যেতিয়া দেবেনমাষ্টৰৰ পদুলি মুখত ৰ'লহি তেতিয়া দেবেনমাষ্টৰে ধান থোৱা ডাঙৰমেৰ এটা মেৰামতি কৰি আছিল। ভিতৰত জেতুকীয়ে চাউল বাচিছিল—আৰু মলিয়ন ৰিহা-মেখেলা পিন্ধি বান্ধনীঘৰৰ পিৰালিত বহি শূন্যলৈ দৃষ্টি নিক্ষেপ কৰি বহি আছিল মালতী। ভয়ঙ্কৰ নিস্তব্ধতাই দেবেনমাষ্টৰৰ ঘৰখন আৱৰি ধৰিছে। ঘৰখনৰ অস্বাভাৱিক নিস্তব্ধতা অনুভৱ কৰি নিৰ্ম্মলৰ বুকু লৰিল। ঘৰখনত থাকোঁতে মানুহ ভালেখিনি আছে—কিন্তু কাৰো মুখত নাই কথা—হাঁহি-মাত। মেডিকেল কলেজত পঢ়ি থকা কালচোৱাত নিৰ্ম্মলে তেজপুৰৰ উন্মাদ-আলয়লৈ আহিবলৈ সুবিধা পাইছিল। এতিয়াও নিৰ্ম্মলে প্ৰথমে অনুভৱ কৰিলে এইটো যেন উন্মাদালয়হে।

নিৰ্ম্মলক দেখি প্ৰথমে দেবেনমাষ্টৰ অবাক হ'ল। তাৰ পিছত নিজকে চম্ভালি লৈ নিৰ্ম্মলক আদৰ-সাদৰ কৰি আগবঢ়াই ভিতৰলৈ লৈ গ'ল।

নিৰ্ম্মলে ভিতৰৰ কোঠালী পাই দেবেনমাষ্টৰৰ ভৰি চুই প্ৰণাম কৰি বান্ধনী ঘৰৰ ফালে ওলায় আহি পিৰালিত মালতীক সেইদৰে বহি থকা দেখি তাৰ বিস্ময়ৰ সীমা ন'ৰল। মালতীৰ অস্বাভাৱিক ৰূপ দেখি নিৰ্ম্মলৰ বুজিবলৈ বাকী ন'ৰল যে কিবা এটা অঘটন ঘটিছে। তাই তাৰ ফালে অৰ্থহীন ভাবে চাই ৰ'ল। যি যুৰি পদ্মাক্ষিত এদিন ভাষাৰ জোৱাৰ নামিছিল—আজি সেইজুৰি পদ্মাক্ষিত ভাষা নাই। তাইৰ দৃষ্টি ক'ত কোনেও নেজানে। তাই আজি মৃন্ময় প্ৰতিমা।

সি আহি তাইৰ হাতখনত ধৰি সুধিলে,—মালতী কি হ'ল তোৰ? এনেকৈ চাই আছ কিয়? চিনি পোৱা নাই মোক?

—নাই তাই নেপায়। নিৰ্ম্মল, তাই কাকো চিনি নেপায়। আপোন পৰ কাকো তাই চিনি নেপায়—ৰিহাৰ আচলেৰে ওলায় অহা চকু-লো টুকি জেতুকীয়ে ক'লে।

দেবেনমাষ্টৰে তাইৰ বেমাৰটো চমুকৈ বৰ্ণাই দৰৱৰ বটল প্ৰেছ্‌ক্ৰিপচন আনি দেখুৱালে নিৰ্ম্মলক।

নিৰ্ম্মলৰ হাতত সময়ো অধিক নাই। যাত্ৰাৰ সময় প্ৰায় হৈ আহিছেই। পোন্ধৰ মিনিটৰ ভিতৰত ঘৰ পাবলৈ লাগিব। দেউতাক হয়তো অস্থিৰ হৈ ঘূৰিছে।

নিৰ্ম্মলৰ মনটো দুঃখত আচ্ছন্ন হ'ল। বৰ কম বয়স তাৰ। কিন্তু অভিজ্ঞতা তাৰ কম হোৱা নাই।

চোতালখনৰ এমূৰৰ পৰা সিমূৰলৈ অহা-যোৱা কৰি সি তাৰ কৰ্ত্তব্য শেহত স্থিৰ কৰিলে।

দেবেনমাষ্টৰক খুজি এখিলা কাগজ আৰু পেঞ্চিল ললে—কাগজ-খনত লেখিলে।

পূজনীয় দেউতা—

অধম পুত্ৰৰ অমাৰ্জ্জনীয় অপৰাধ মাৰ্জ্জনা কৰিব। বহুত দিনৰ আগতে ধনশিৰিৰ পাৰত সূৰ্য্যদেৱতাক সাক্ষী কৰি মই মালতীক বিয়া কৰাম বুলি কথা দিছিলোঁ। যি কাৰণতেই হওক তাইক তাইৰ মতৰ অবিহনে কেশৱলৈ বিয়া দিছিল। কিন্তু কেশৱে তাইক নিৰ্য্যাতন কৰি পৰিত্যাগ কৰিলে। আজি মালতীৰ অৱস্থা দেখি মই বিহ্বল হৈছোঁ। তাইক মই গ্ৰহণ কৰিম। এনেকুৱা স্বামী পৰিত্যক্তা বা বাল-বিধবাবোৰৰ অৱস্থা কি হয়—কোনোবাই আমাৰ সমাজত ভাবি চাইছেনে? চহৰৰ শুভ্ৰাহ'তৰ দৰে ছোৱালীবোৰৰ দৰাৰ আকাল কোনো কালেই নহয়। মালতীক মই বিয়া কৰাম। সমাজত দৃষ্টান্ত দেখুৱাবলৈও মানুহ লাগে। আমাৰ গাওঁবোৰৰ নহলে উন্নতি কোনোকালেই নহ'ব। মোৰ সেৱা আইকো জনালোঁ—শেহত মোৰ সেৱা আপোনাক জনাওঁ। ইতি—

আপোনাৰ নিৰ্ম্মল

এই চিঠিখন পিতালৈ দি পঠিয়াব বুলি দেবেনমাষ্টৰৰ হাতত চিঠি-খন গুজি দি দেবেনমাষ্টৰক ক'লে, মই মালতীক বিয়া কৰাম। বেমাৰী হওক—বোবা হওক—মই তাইক বিয়া কৰাম। এতিয়া তাইক লৈ মই ডিব্ৰুগড়ৰ ৰবৰাৰীলৈ যাম। সোনকালে তাইক উলিয়াই দিয়ক।



দেবেনমাষ্টৰে বিস্ময়ত কথা কব পৰা শক্তিকে হেৰুৱাই পেলাইছে। কবৰাৰ পৰা আঘোনা আহি যেতিয়া সুধিলে—'কি ভাবিছা?' তেতিয়াহে দেবেনমাষ্টৰৰ তন্ময়তা আতৰে।

যেতিয়া নিৰ্ম্মলৰ উদ্দেশ্য বুজিব পাৰিলে—মাষ্টৰে বাধা দিলে, এই কাম কৰা অন্যায় বোপা।

—ন্যায়-অন্যায়, পাপ-পুণ্যৰ কথা এতিয়া বাদ দিয়ক চাৰ। মই যেনেকৈয়ে কৈছোঁ তেনেকৈয়ে আপুনি তাইক উলিয়াই দিয়ক।

তথাপি দেউতাৰালৈ খবৰটোকে পঠিয়াব লাগিছিল.........

প্ৰথমে মোক বিদায় দি লওক চাৰ।

সি মালতীক ধৰি আনি মটৰত বহুৱালে। লগে লগে আহি আঘোনা বহিলহি মতৰৰ আগচীটত। লৰালৰিকৈ মাকে দুই এজোৰ কাপোৰ আৰু সাঁচতীয়া টেমাৰ পৰা যি আছিল সকলো আনি ইয়াতে ভৰাই দিলে। লৰালৰিকৈ গণি চাওঁতে টকা ওলাল একুৰি পোন্ধৰ।

শেহত মটৰ চালকক মটৰ চলাবলৈ ইঙ্গিত দি নিৰ্ম্মল আহি বহিলহি মালতীৰ ওচৰত।

মটৰ বিজুলী বেগেৰে ধনশিৰিৰ সাঁকোৰেদি লৰি গ'ল। মালতীয়ে ফেকুৰিছিল, তাইৰ চকু-লো বাগৰিছিল—নিৰ্ম্মলে তাইৰ আৰু কাষ চাপি আহি আলফুলকৈ সাৰুটি ধৰি তাইৰ চকু-লো মোহাৰি দিছিল তাৰ বুমালেৰে। ধনশিৰিয়েও যেন আজি উচুপিছে—নিৰ্ম্মলে ভাবিলে। বিয়াঘৰৰ হৈ-চৈ, উলহমালহ ক্ৰমে ক্ৰমে নিস্তব্ধ হৈ আহিল।

মটৰখন ক্ৰমে বিন্দুৰ পৰা দূৰৈত নেদেখা হৈ যোৱালৈকে উৎকণ্ঠাৰে মাক জেতুকী আৰু দেউতাক দেবেনে চাই ৰ'ল।

বিহুৰ বা লগা দুই এটা পিলিঙা ডেকাই তেতিয়াও পথাৰত গাই থকা নিৰ্ম্মলে শুনিবলৈ পালে—

ধনশিৰিৰ দলংখন
ভেটিলে ঐ চেনাইকণ
লোহাৰে ঐ শলখা মাৰি

তোমাকে ঐ আমাকে
ভেটিলে ঐ সমাজে
দুটা দেহা দুফালে কৰি।

মটৰৰ পৰা উভতি চাই নিৰ্ম্মলে আৰু গাওঁখন দেখা নেপালে। ধনশিৰিৰ ওপৰৰ পশ্চিমৰ নীলা আকাশখন তেতিয়া সেন্দুৰ যেন ৰঙা হৈ পৰিছে। হয়তো অলপ পাছতে সূৰ্য্য অস্তমিত হ'ব। পৃথিবীলৈ এন্ধাৰ নামিব। হেঙুলীয়া বেলিৰ তিৰ্বিৰ্বৰণিত বিচিত্ৰবৰণে ঢৌখেলা পানীখিনিও এন্ধাৰত নিশ্চল হৈ ৰ'ব। মালতীৰ বাবে ধনশিৰিয়ে উচুপি উঠিব-জগতে নেজানিব। পাৰৰ সেউজীয়া বনবিৰিণাত নামিব এন্ধাৰ, —নামক এন্ধাৰ, ডুবক সূৰ্য্য—নিৰ্ম্মলে ভাবে। সি কিন্তু আৰু নুডুবে। সি এতিয়া মালতীক আৰোগ্য কৰি তুলিবলৈ যত্ন কৰিব। নিৰাশ সি নহয়।

তাৰ মনৰ পলাশ বনত ৰঙা মঞ্জৰী ধৰে। মালতী ভাল হ'ব। সি পৰীক্ষাত পাচ কৰিলেই তাৰ আৰু বিপদ নাই। সি ডাক্তৰ হ'ব—ডিব্ৰুগড়তে হওক আৰু ৰূপহীতে হওক—সি এদিন ডাক্তৰ হৈ কাম কৰিব। তথাপি সি মাটিক ভাল পাব। পথাৰত সোণ ফুল ফুলাব পাৰিব। তাক মালতীয়ে মাটিৰ পৰা বিচ্ছিন্ন কৰি নিনিয়ে। মালতী আৰু মাটি, মাটি আৰু মালতী অদম্য সৃজনী শক্তিৰে সি সৃষ্টি কৰি যাব—পথাৰৰ শইচ। লৰা-ছোৱালীৰে তাৰ ঘৰখন ভৰি পৰিব। গাওঁ-খনৰ উন্নতিৰ হকে চিন্তা কৰিবলৈ মালতীয়ে যোগাব আহিলা। দেশখনক শক্তিশালী কৰি তুলিবলৈ সিহঁতৰ সৰু পৰিয়ালটিয়েও সামান্যতম অৰিহণা যোগাব পাৰিব।

সহজ সৰল আনন্দৰ মাজেদি সিহঁতে দিন পাৰ কৰিব। জীৱনৰ শাশ্বত সুৰ তাৰ কাণত বাজে। সি অনুভৱ কৰে সিয়েই পৃথিবীৰ আদিম মানুহ—নাম তাৰ আদম, আৰু তাৰ গাৰ নিচেই ওচৰতে থকা এই জনীয়েই আদিম নাৰী, নাম তাইৰ ঈভ। ইহঁতৰ জীৱনত বহুত সপোন আছে—এই সপোনবোৰক বাস্তৱ জীৱনত ইহঁতে ৰূপ দিব লাগিব।



এৰা আদম আৰু ঈভ।
নিৰ্ম্মল আৰু মালতী

গাড়ীখন পূৰ্ণ গতিৰে গৈয়েই থাকিল—এন্ধাৰ, ভয়াবহ এন্ধাৰে পৃথিবী গ্ৰাস কৰিছে। ভৱিষ্যতৰ পথো এন্ধাৰে ঢাকিছে তথাপি ৰাতি-পুৱা—পূব আকাশত সূৰ্য্যে হাঁহিব—হিৰণ কিৰণে ধনশিৰিৰ বুকুত ঢৌ খেলিব—সি মালতীৰ আৰু কাষ চাপি আহে। তাইৰ এতিয়া টোপনি। অৱশ হৈ তাই নিৰ্ম্মলৰ কোলাত তেতিয়া ঢলি পৰিছিল।

---